# আহিনৰ হাঁহি

কমলেশ্বৰ চলিহা

—চপলা সাহিত্য সদন—
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
পোষ্ট বক্স নং ১ :: শ্বিলং

প্ৰকাশক—

শ্ৰীবিভূভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্ট বক্স নং ১ :: শ্বিলং

পৰিবৈশক—

চপলা বুক ষ্টল
শ্বিলং :: অসম
[ ১৫১-১-১-৬৩ ]

মুদ্ৰাকৰ—

শ্ৰীগৌৰচন্দ্ৰ পাল
নিউ শ্ৰীদুৰ্গা প্ৰেছ
২।১ কৰ্ণওৱালিশ ষ্ট্ৰীট
কলিকতা-৬

প্ৰথম প্ৰকাশ—
জানুৱাৰী ১৯৬৩



মূল্য—৩·০০

## সূচীপত্র

# দূৰণি

হেৰা যাত্ৰী দূৰণিৰ,
নতুন নোহোৱা তুমি বৰ পুৰণিৰ।
যি দিন হেৰাল,
নাই নাইকিয়া যি মধুকাল,
তাৰ বুৰঞ্জীৰ কথা উৰি,
তোমাৰ ৰেলৰ কোঠা বাৰে বাৰে ঘুৰি।
তোমাকে বেষ্টন কৰে,
ডিঙিত সাৰটি ধৰে
প্ৰিয় বন্ধু বুলি।
মই ভাবো একো নাই, সি যে ধুলি ধুলি,
মায়া তাৰ মৰীচিকা।
ছন্দগু দীপ্তিৰ তাৰ লিখা
—কাচৰ জলক,
সোণ-মাণিকৰ কাৰ ভৰিৰ গচক
তাৰ স্মৃতিত থাকিল,
হে'ৰ মন, তাক আঁকি ল,
পথাৰ সমাৰ জুৰি পৰ্বত চেৰাই
দীঘল উকিৰে ৰেলে বনান্ত কঁপাই
মাৰ যায় প্ৰতিধ্বনি তুলি,
মই ভাবো কোনে যেন কথা মোক
কলে হিয়া খুলি।

# পৰম গতি

জীৱনৰ দাশৰথি জৰপূৰ কৰি বন্ধা ক্ৰূৰ নাগপাশ
স্তব্ধ শুনি অকস্মাৎ গৰুড়ৰ পখাৰ শবদ,
শুনো মই আত্মাৰ উল্লাস
— উন্মুক্ত উন্মাদ,
ফুলে ফুলে বন্দী হোৱা স্বাধীন ভ্ৰমৰ
আজি সি অমৰ।
তাৰ পক্ষপুটে আনে যি গুঞ্জন
সি অমৰণ।
জীৱনৰ যি বিস্তীৰ্ণতা
কালজয়ী তাৰ কথা
তাক বান্ধে কোনে ?
সোধে মোক এই কথা আজি মৰ-আঁউসীৰ জোনে
খুলি দিয়া খুলি দিয়া কুৎসিত বন্ধন,
বন্ধ কৰা এন্ধাৰৰ বীভৎস নৰ্তন,
আকাশৰ পুঞ্জ-সবিতাৰ
নামি বক পোহৰ উদাৰ,
এন্ধাৰৰ বুকু ফালি
ৰথৰ ঘৰ্ঘৰ হ'ক সোণ-সমুদ্ৰ উছালি,
প্ৰাণৰ অজেয় যাত্ৰাপথ
দুৰ্বাৰ গতিৰ—তাত সাৰথি মহৎ।

আহিনৰ হাঁহি

# অনাদি

মোৰ শেষ-ভাৱনাত তোমাৰ কাৰণে
থৈ যাম মনে মনে
গোপনীয় নিধি।
কালৰ ইচ্ছাৰী হ'ক সিদ্ধি—
দিগ্বিজয়ী পতাকাত ধূমল পিংগল
বজ্রশক্তি জ্বলক অনল।
মাটিৰ ধূলিৰে গঢ়া
হাঁহি-চকুলোৰে ভৰা
জীৱনৰ ঘট
তিতিবুৰি বিচিত্র জলৰ কল্লোলত
ঘটনা-নদীৰ ঘাটে ঘাটে,
বাগৰি জুগৰি পৰি ঘাঁহে বনে পাতে
বাজিয়ে মাটিয়ে,
—যি আজি জীর্ণ বুলি পৰিচয় দিয়ে,
তাৰ যাতে অনিবার্য হক ঠেকাঠেকি,
বেছি বাট নাই বেঁকাবেঁকি।
সবল অংকৰ দৰে—
যেন আজি ৰূপ ধৰে,
শূন্যৰ সমাধি
তোমাৰ চিত্তত নাই, নাই তাৰ আদি।

# মৃত্যু

এই জড়তাৰ দেহা তিলে তিলে মৃত্যু আহি হানে।
কয় কাণে কাণে—:
মুদ খাব চকু তোৰ, স্তব্ধ হব কাণ,
পাটি হব মাটিৰ সমান।
কোন অসুৰৰ
প্ৰলয়ৰ ডংকা ভয়ংকৰ—
বাজে দিনে ৰাতি,
'আহ' বুলি মৌন হয় কোন সি নিমাতী?
বনে বনে বাজে—যি মধুৰ
বিনন্দীয়া সুৰ
প্ৰাণে তাক ধৰে আঁকোৱালি
কোমল-চম্পাত স্নেহ পৰে আহি কোমল ৰ'দালি
লতাৰে মেৰাই থোৱা।
ধুমুহাতো কঁপি কঁপি ৰোৱা
জীৱনৰ বিহগৰ বাঁহ;
তাৰ বাবে আৰতিৰ বাজে শংখ কাঁহ।
প্ৰলয়ৰ ভুঁইকঁপে
কাৰ নাম জপে?
তাৰ নাম নাই,
যাৰ বাবে জীৱনৰ চাকিটি নুমায়।

আহিনৰ হাঁহি

# নিৰাশা

আশাৰ সংগীত-ৰাশি জীৱন-বীণত বাজি বাজি
যেন থমকিল,
উৎকট নিৰাশা আজি
আন্ধাৰৰ পাখি লই আপুনি নামিল।
এই দুদিনীয়া
জীৱন ভোজৰ চিলনীয়া—
তেওঁ যেন হাত ধুই ৰ'ল একাষেদি।
শান্তিৰ বাটেদি
নিৰাশাৰ দূত আগবাঢ়ে,
আশাৰ হাতৰ ফুল বাটে বাটে কাঢ়ে।
যৌৱনৰ প্ৰৱল দাক্ষিণ্য
আজি যেন নহয় নবীন অ'।
দুবাহুত বন্ধা
কাঞ্চন ৰজনীগন্ধা
কোনে যেন ছিঙি লই যায়,
শ্লথ অংগ, তেজ যেন নাই।
বাহু তুলি
হেৰোৱা—বস্তুকো আছে বুলি
মই যে নোৱাৰো কব;
তুমি মোক কোৱানেকি ৰ'ব?

# পৰম আশা

উজ্জ্বল জেউতি মোৰ প্ৰাণত নামক
বঞ্চিত কৰক এন্ধাৰক।
এই আশা লই পাখি মেলি
জাগে মোঁৰ নৱোদিত বেলি।
উঁলাহ-নবীন,
বাজি উঠে আশা ভৰা বীণ।
ছন্দ-জীৱনৰ প্ৰকাশক
এন্ধাৰ নাশক,
পোহৰৰ দীপ জ্বলি
খন্তেক কৰক মোক বলী।
তৃথাৰ্ত্ত চিত্তক
কোনে ৰাগ শুনাব দীপক ?
কোনে মোৰঁ শুকান-বালিত
ঢালি দিব সোণালি-অমৃত ?
যি আশাৰ পিছে পিছে
তটিনী লৰিছে,
অকুলৰ কুল এৰি
যি ৰাধাই কৃষ্ণ ললে বেৰি।
সেইদৰে মোৰ মন সিজে
আজি আশাক বিচাৰে নিজে নিজে

আহিনৰ হাঁছি

# চিৰন্তনী

এই মোৰ হুটুকুৰা আত্মাৰ কল্লোল
যাৰ ধ্বনি ৰ'ল
পুথিৰ পাতত, এই ছন্দৰ নাচত,
হৃদয়ৰ স্পন্দনৰ
লগে লগে যেন জীৱনৰ
শাশ্বত কাহিনী
অনাদি-ৰহস্য ৰ'ল চিনি।
মুহূৰ্তৰ
অমোঘ কল্যাণ বৰ
আত্মাৰ মস্তকে লয় পাতি ;
যদি আহে যুগান্তৰ ৰাতি
উৎকৰ্ণ-কাণেৰে শুনি ৰব
তাৰে কলৰৱ।
বোধহীন, বাধাহীন চিন্তাৰ প্ৰবাহে
বৰষ, ঋতুয়ে, দিনে-মাহে
ৰচে চিৰন্তন
সূত্ৰহীন চিন্তাৰ গুণ্ঠন।
—যাৰ সংকলন
মোৰ মধ্যাহ্ন স্বপন,
যাক কেন্দ্ৰ কৰি
মোৰ থাকিল শৰ্বৰী।

# ভৱিষ্যৎ মানুহৰ কবি

প্ৰতিভা বৰষা আঙুলিৰ
ভৱিষ্যতৰ কবিৰ
মই যেন দেখিছো নাচোন।
এই মোক সোণৰ সপোন
যাৰ নাচোনত
উঠলি উঠিব গংগা ৰস-সংগমত।
আনন্দ-সাগৰে বাৰে বাৰে
জোনক বলেৰে যেন কাঢ়ে,
সূৰুযক সাতো ৰঙে
যাৰ ৰচনাৰ লগে সঙে
ফুৰি পাতিব মিতালি,
সন্ধিয়াৰ সংগী হব সোণালি ৰ'দালি
মানুহে বুজিব যত কথা,
সেইমতে যত ব্যথা
হব বুজি পোৱা,
সবাৰে মাজতে ৰব প্ৰেম-ভালপোৱা
বিৰহৰ সুৰ—
ধেমালিৰে হব যেন পূৰ,
হুমুনিয়াহৰ ঢউ
খলকি উঠিব তাতো মউ।

আহিনৰ হাঁহি

# গ্ৰন্থ-পৰিচয়

মোৰ এই কিতাপত ৰ'ল
আঁকি যোৱা নানা ছবি
এই যুগ-যাত্ৰাৰ সম্বল।
যি উচ্ছ্বাসেৰে জন্ম লভি এই ধৰণীয়ে
জীৱনৰ চিন আঁকি দিয়ে
নানা জন্তু, পক্ষী আৰু উদ্ভিদৰ গতি,
তাৰ ছাঁয়াপাত
ৰ'ল মোৰ প্ৰত্যেক পৃষ্ঠাৰ এই প্ৰত্যেক শাৰীত,
প্ৰতি আখৰত আৰু প্ৰতি ছন্দ-ধ্বনিৰ দাঁতিত।
এই গৰ্ব তুমি ক্ষমা কৰা,
সৃষ্টিৰ ভিতৰ তত্ত্ব জানা তুমি কি ৰসেৰে গঢ়া,
য'ত কাৰো নিজা যে নেথাকে
সকলোকে একেখনি আকাশৰ ক'লা পটে ঢাকে,
তলত মাটিয়ে পুতি থয়,
তাত মোৰো থৰা তুমি
গ্ৰন্থ-পৰিচয়।

# অন্ত

এইবাৰ বাহিৰৰ দুৱাৰ জপাই
দুখৰ দুৰ্গৰ দ্বাৰ লব খোজো মই মোকোলাই।
দুচকুৰ ভ্ৰম
অনৰ্থক যত পৰিশ্ৰম
শান্তিৰ নিকুঞ্জ য'ত দাবানলে দহে,

এই ছবি যে নসহে
এই দুচকুৰ তেজে
কালৰ ৰশ্মিয়ে যাক নিস্তেজ কৰে যে।
এৰি দিয়া
সলনিৰ পৰ্বতৰ লতা বনৰীয়া,
পলে পলে যাৰ সৰে ফুল
ৰূপ আৰু গোন্ধত অতুল,
যাক গচকি ফেনেকি যায়
নিৰ্বিবাদে মহাকাল ৰথৰ চকাই
তুলি ঘৰ্ঘৰ্ধ্বনি
কৰি মন্ত্ৰধ্বনি
জৰাৰ মৃত্যুৰ আৰু শোক বিৰহৰ।
এই বৈশ্বানৰ
বন্ধ জীৱনৰ মৰ্মে মৰ্মে অগ্নিৰেখা টানি
তপোক্লিষ্ট সন্ন্যাসীৰ ভস্ম দাহ আনি
ৰঞ্জি দি জ্বলক
এই অগ্নি অপলক।
মায়া-নিজৰাৰ কুলুতান
হক ম্ৰিয়মান,
গছে গছে নিমাতী বিহগে,
লাগে যদি কিছুদূৰ যক লগে লগে।
বাহিৰক অৱৰুদ্ধ কৰি
এইবাৰ ভিতৰৰ মেলা চকুজুৰি,
আঘাত নকৰি কাকো
পাৰ হই অগ্নি-পৰীক্ষাৰ এশ সাঁকো,
অতি আলফুল কই
স্বপ্নসম জগতত অমৰম থই।

# প্ৰলয়

বসন্ত-বনৰ মাজেঁ মাজে
যেন আজি প্ৰলয় বিৰাজে
তৰু শিৰ
প্ৰণমি অস্থিৰ।
বিশ্ব-ধূলি
তৰংগ ভংগৰ দ্ৰবে ছুলি
আজি বৰণীয়।
তাৰ সৰ্ব অস্তিত্বক লুপ্ত কৰি গৰ্বৰ পৰ্বত কৰে থিয়
হে প্ৰলয়, তোক
মিত্ৰ বুলি প্ৰাণে প্ৰণমক।
লুপ্ত কৰি মোৰ ভ্ৰম-ভ্ৰান্তি
তই আনি দিবি পৰম প্ৰশান্তি।
মোৰ জীৱন-পথত
ধূমকেতু হই দেখা দিলি, ঋতুৰ ৰথত
বৈৰাগ্য-ব্ৰতত অদ্বিতীয়
মকৰ-কেতন সম ক্ষিপ্ৰক্ৰিয়।
দে মোক অচেতন
পৰম বিৰাগ নৱঘন
শান্তি শ্যাম
আতমাভিৰাম।

# শান্তি

অন্তৰৰ অশান্ত বৈৰাগী
আজি যেন শান্ত হই ফুৰে ভিক্ষা মাগি
মৃদু কামনাৰ।
যাৰ সুৰ-মাতত পেঁপাৰ
বিহু-গীতৰ সুৰত
উঠি যোৱা আধাগুনা মাতৰ লগত
যাৰ ঘটে মিল
উৰি যোৱা সংগীতত যি মিল থাকিল
সেই ধীৰ মৃদুলতা
মোৰ মনে পতা
যেন থমকিল
উত্তেজনা যেন আঁতৰিল।
ভৱিষ্যতৰ হেৰা ভীষণা ভৈৰবী
যাৰ ছবি
ভয়ার্ত চিত্তত জাগে
যাক লাগে
বৈৰাগ্যৰ উদণ্ড পথিক
অনাবৃত আৰু অৰসিক।
মই আজি নিমাত প্ৰশান্ত
শান্ত মোৰ কান্ত।

# পৰমভ্যুদয়

আজি মোৰ মিলিবনে পৰমভ্যুদয়
জীৱনৰ ভ্ৰমৰংগ কৰি পৰাজয় ?
এই ছদ্মবেশ
পৰিত্যাগ কৰি মই পামনে প্ৰৱেশ ?
সত্য-মন্দিৰৰ সিংহদ্বাৰ
মোৰ বাবে হ'বনে উদাৰ ?
আজি
মোৰ জীৱনৰ পৰম সংগীত ধ্বনি বাজি
দিবনে মুকলি কৰি
ৰুদ্ধ-অন্তৰৰ যত জৰী,
আত্মাক বেৰাই থোৱা
মৃত্যুত বিহ্বল হোৱা
প্ৰাণৰ দক্ষিণ হাত
মুক্ত কৰি বাধাহীন অমৃত্যুৰ ছাঁত ?
ছিন্ন কৰা ছিন্ন কৰা এই কাল-পাশ
জীৱনৰ ঘোৰ সৰ্বনাশ
আঁকি দিয়া মুক্তিৰ তিলক
কপালত যৌৱনৰ নাচক অলক ।

# ঘৰ

এই নাগকেশৰৰ গোন্ধে প্ৰথম আনিলে ব্যাকুলতা
অতীত-দিনৰ যত কথা
ক্ষণিক দীপ্তিৰে জ্বলি
পোহৰালে মোৰ কৰ্মস্থলী ।
ফাগুনৰ স্বপ্ন গই·চ'তৰ মোহৰ আনে শেষ ।
নতুনৰ হবই প্ৰৱেশ ।
পুৰণি পৃথিৱী মোৰ
অতীতৰ দিনবোৰ
তাৰ সতে সমান পুৰণি ।
হেৰোৱা যতেক মোৰ মণি
আজি বুটলিব খুজি ।
নিজৰ ভাগ্যৰ সতে যুঁজি যুঁজি
লভো পৰাজয় ।
হেৰা কাল, অনাদি অক্ষয় ।
তোমাৰ বিজয়-যাত্ৰা·নাদে
সম্পদে প্ৰমাদে
উদাস-মন্ত্ৰৰ ধ্বনি কৰে ।
যাৰ পাঠ শুনি মোৰ, চিত্ত মোৰ বৈৰাগ্যেৰে ভৰে
শেষ-বসন্তৰ এই উদাস মৰ্মৰ
মাৰ যাব, ক'ত পাম মই মোৰ ঘৰ ?

# স্বাৰ্থ

আজি মই আঁকি দিম চিন্তাৰ ম্লানিমা
ঢাকি দিম তোমাৰ পূৰ্ণিমা ।
বিশ্ব-প্ৰবাহত য'তে ত'তে
দেখা পাবা প্ৰেমহীন শূন্য বাটি ঘটে
স্বাৰ্থৰ, জঞ্জাল ।
যাৰ লাও খোলাবোৰ লই নাচে মহাকাল
উলংগ তাণ্ডৱ ।
মধ্যম পাণ্ডৱ হই দাহ যদি কৰিবা খাণ্ডৱ
স্বাৰ্থ পৰিহৰি
তোমাৰ বীৰ্যৰ তেজে কঁপাব এদিন বসুন্ধৰী
ইন্দ্ৰৰ সভাৰ অভিনন্দনৰ মালা
তোমাৰ কণ্ঠত জ্বলি শত্ৰুৰ চকুত দিব জ্বালা
এই বীৰ্য, তেজ যাৰ নাই
সংসাৰৰ অৱসাদে ধৰিব মেৰাই,
চোকা শানিত অস্ত্ৰেৰে
কলিজাৰ তেজ হৰি প্ৰবল বেগেৰে ।
শত আঘাতত স্থিৰ ৰাখিবা হৃদয়
মূৰ্তিমান আহক প্ৰলয়,
আহক স্বাৰ্থৰ অভিঘাত,
স্থিৰ চিত্ত-পৰ্বতত লাগি,
চূৰ্ণ চূৰ্ণ হই য'ক তাৰ বজ্ৰপাত ।

## —নিৰ্ধন—

অহংকাৰ যদি অভ্ৰভেদী,
জীৱনৰ বেদী
যদি নাই থোৱা পাতি
জীৱনৰ দেৱতাক মাতি
বিয়াকুল হই।
দিনে ৰাতি বোৱা নাই যদি অশ্ৰু নই,
তোমাৰ সাধনা
উজ্জ্বল ভাস্বৰ, নাই তাত জড়িত বেদনা
মোৰ সাধনাত
বিশ্বন্তৰ বেদনাই কৰে ছায়াপাত।
তাৰ যত তমিস্ৰ ৰাগিণী
থুপ খাই কৰে মোক চিৰ-বিষাদিনী।
আপুনাত অমল ধৱল
থাপো কাৰ চৰণ-কমল
জ্বলে কাৰ বিৰহৰ সুৰ্কৰ অগনি,
বেদনা-বিধৌত মোৰ কোন নাৰায়ণী?
কাৰ ধ্যান কৰি
মোৰ এই ধূপ জ্বলি
যায় অন্ত পৰি?
সংসাৰ-হাটৰ মোৰ তেওঁ মহাজন
মোৰ নাই আৰু একো ধন।

# সাধনা

লঘু, সূক্ষ্ম ঘন-বাষ্প উৰ্দ্ধলই উঠি
যিমানে প্ৰৱল হই ৰয় খুটি পুতি
উৰ্দ্ধতাৰ অমৰ লোকত,
প্ৰৱল বতাহে আনে তললই টানি
জোঁৰ কৰি পানী
ধৰিত্ৰীৰ মৃত্তিকাৰ চৰণ-দুটিতঁ
কৰে অৱলুণ্ঠিত পতিত।
হায় ভাগ্যহীন জড় সাধনা-বিহীন
কিমান নিঃকিন তুমি, কিমান যে দীন!
উৰ্দ্ধলোকাচাৰী হই
লভিলা কি ঘোৰ পৰাজয়!
মই আজি দেখো ব্ৰহ্মময়।
ৰঙা-গোলাপৰ আৰু ক'লা এঙাৰৰ
জোনাকৰ আৰু এন্ধাৰৰ
নেদেখো ভিন্নতা এঁকো,
এই মোৰ সাধনাত উৰ্দ্ধলোক দেখো।
যদি মই ইয়াত পতিত
জড় মই, নহওঁ চৈতন্য অখণ্ডিত।
এই জড়তাৰ শেষ কৰি
হে সাধনা, দিয়া মোক গঢ়ি।

## —স্বপ্নচূৰ্ণ—

স্বপ্ন মোৰ আজি ভাগি যায়,
পৰম ডিঠক দেখা পাই,
দুখ ক্ষোভ একো নেথাকিল
ধূলিত আচ্ছন্ন হই এই মোৰ জীৱন জিকিল।
উদাসীন পথৰ পথিক
ভয় এৰি তুমি আজি পৰম নিৰ্ভীক।
তোমাৰ কেতন
অস্তাচল মেঘৰ বৰণ।
দেখিছিলা যদিহে চকুলো
সি তোমাৰ হব পাৰে ভুলো।
পচোৰাৰ লগৰ টোপাল
ৰ'ল মোৰ দুচকুত—নাই মায়াজাল।
তোমাৰ সৌন্দৰ্য কৰি ধ্যান
হলো মই স্বপ্নৰ সমান।
তাৰ পাত্ৰ ভাঙি গুৰি কৰি
দেখা পালো অনন্ত শৰ্বৰী,
দীঘল-যাত্ৰাত যাৰ
মোৰ নমস্কাৰ।
স্বপ্ন-পূৰ্ণিমাৰ যদি জোনাক লুকালে
ডিঠক-সত্যৰ ৰ'দে এই মোক পালে।

# জীৱনৰ জয়

এয়ে মোৰ জীৱনৰ জয়,
—পালো মই পৰম নিৰ্ভয়।
মোক এৰি দিয়া
বিশ্বৰ সম্বন্ধ মোৰ পৰা ছিঙি নিয়া
আজি মই পৰম একক;
অনাহক
আনক জড়িত কৰি
মিছাৰেই মায়াজাল গঢ়ি
সপোনৰ নকৰো ৰচনা।
বিড়ম্বনা—
মোক তুমি ভালপোৱা
মোকো ভাল পাবলই কোৱা,
—এই কুহকৰ,
প্ৰচ্ছন্ন মিছাৰ জঞ্জালৰ'
মোক আৰু নকৰিবা ভাগী,
মই আজি একান্ত বিৰাগী,
মোৰ বাট
একান্ত অকলশৰ,
য'ত মই অকল সম্ৰাট।
—এয়ে মোৰ জয়,
নাই মায়া, নাই মোহ, নাই একো ভয়

# শুদ্ধতা

বহুদিন বই বই
জীৱনৰ নই
আজি বেলেগ ঘাটত আছে ৰই।
তাত চলাচল
বেলেগ প্ৰাণৰ কোলাহল।
বিস্মিতা আঁজিৰ এই প্ৰাচীনা-ধৰণী
যেন অমানিশাৰ বৰণী ;
নাই তাত উদাৰ আশাৰ
ক্ষীণতম দীপিকা শিখাৰ।
মোৰ এই ভ্ৰম
ঢাকি যেন দেখা দিয়ে ছদ্মবেশী যম
যাৰ ভ্ৰূকুটি ইংগিত
দিগন্তৰ দাঁতিতে বঞ্চিত
ধূমল মেঘেৰে
আকাশ বোলাই লই কেচুৱাৰ কোমল তেজেৰে।
এই বিভীষিকা
হে ঈশ্বৰ, দূৰ কৰি আকাশত লিখা
পৰম অমৃত ৰামনাম ;
সংসাৰৰ যত মোৰ ভূত-অপনাম
দূৰ কৰি
দিয়ে মোক যেন সি শুদ্ধ কৰি গঢ়ি।

# অভ্যুদয়

অভ্যুদয় ঘটিল কেতিয়া ?
আজি মোক তাৰ তুমি পৰিচয় দিয়া।
নিজৰ জীৱন বিচাৰত
কি শিক্ষা পালানো মহৎ ?
ইয়াৰ উত্তৰ
—এই মোৰ জীৱনৰ জ্বৰ।
কেৱল পাছত থই শোভা আৰু সৌন্দৰ্যৰ লীলা
মেল খাই পৰে পাতখিলা
—যাৰ স্নায়ু বিবৰ্ণ বিবস
বসন্তৰ পৰশত যাৰ অপযশ।
এই দুখ, হে ঈশ্বৰ, তোমাৰ নহয়,
মাথো তুমি বিষহৰ, তুমি মৃত্যুঞ্জয়।
জগতৰ গৰলক কৰা তুমি পান
মৃত্যুকো মৰণ কৰা দান।
বিশ্ব-বেদনাৰ তপস্যাত
চিৰমৌন তুমি বিশ্বনাথ
মোৰ যত লাভ-ক্ষতি, জীৱন-মৰণ
সকলোকে কৰিলা হৰণ,
মোৰ সৰ্বস্বক
সমৰ্পণ কৰিলা বিশ্বক।

# শিক্ষা

জীৱনৰ বিস্তীৰ্ণ বিচাৰ
তাত মোৰ আজি হাহাকাৰ।
নিজৰ বিচাৰ কৰি
নিজে নিজে যাওঁ আজি মৰি।
বিশ্ব-জীৱনত জ্বলে যৌৱনৰ শিখা
কুঁহি-পাত, ফুল-আখৰেৰে লিখা লিখা,
দক্ষিণ-বায়ুৰ নিশ্বাসত
সুৰভিৰ সংস্পৰ্শত
প্ৰাণৰ পৰমোৎসৱ উঠে ভৰি
পৃথিৱীৰ মাটি ধন্য কৰি।
ধন্য কৰি ধৰণীৰ ধুলি
ৰঙা আৰু সেউজীয়া তেজৰ ভঁৰাল খুলি খুলি
এই মোৰ নিজৰ সপোন
সমুদ্ৰত হয় নিমগন
অস্তিত্ব নেথাকে
জীৱনৰ জলধিত বিন্দু বিন্দু জীৱন যে থাকে।
এই উপলব্ধি লোৱা
নিজক পাহৰি যোৱা
কোৱা, জয় জয় জীৱনৰ
অনন্ত, অমৰ
যৌৱনৰ।

# বিভিন্নতা

তোমাৰ বিভিন্ন বাট
মোৰ এই অবিনাশী জীৱনৰ নাট ॥
হেৰা বাটৰুৱা,
মোৰ ফালে, তুমি ঘূৰি চোৱাঁ !
আকাশৰ নীলাপট
চিৰকাললৈ ৰ'বনে অক্ষত ?
বৰষুণ আহে যদি
পিছল বোকাৰ ব'ব নদী,
হাততে হেৰাই যাব ৰ'দালিৰ হাঁহি এটুকুৰা
বিৰহ বিধুৰা
তুমি ৰ'বা কোনোবা চুকত
—কিজানিবা মৰণ-বাটত।

পিছত আমাৰ আৰু নেথাকিব একো
কেতিয়াবা যদি দেখো,
বেলেগ বাটেৰে তুমি
পাৰ হই মহা-মৰুভূমি
পাবা গই সেউজীয়া-পাম
ৰঙালী ফুলেৰে ভৰা
তোমাৰ গৌৰৱ-দীপ্ত ধাম,
তাৰ নাম মই পাহৰিম,
—মোৰ হব দীৰ্ঘযাত্ৰা অন্তহীন, অনন্ত, অসীম।

# কবি ৰত্নকান্ত

মোৰ এই পৰম সংগীত
নাসিকাৰ ঠিক নামনিত,
অনাহত হংসৰ ওংকাৰ।
তোমাৰ দুৱাৰ
কবিতাৰ মন্দিৰৰ
হব কিয় বন্দী এই মুহ্যমান মন-অৰ্গলৰ ?
শুভ্ৰ হ'ল চুলি
ডেন্টিষ্টে নিষ্ঠুৰ ৰূপে দন্ত নিয়ে তুলি—
এইদৰে কবিতায়ো লবনে বিদায় ?
হায়, কালজয়ী কবিতাই—
জীৱনকে জয়ী কৰি লবযে নোৱাৰে।
বিশ্বৰ সিপাৰে আছে কোন বিশ্ব,
যি আৰণ্যকৰ আমি হব খোজো শিষ্য ?

আজি কবিৰ বচন
কাব্যৰ ৰচন
বিশ্লেষণ—সমালোচনা অধীন।
কবি যেন অপৰাধী, হীন।

দীন-চিত্ত
অপবিত্ৰ।

তাৰ যেন জগতত এয়ে বন্ধা কাম
পৰৰ প্ৰশস্তি গোৱা—ৰূপ কিম্বা নাম
ৰসৰ লহৰী তুলি,
নীৰস ৰসনা খনি কবিত্বেৰে খুলি।

কবিৰ সন্মান
কবিতাৰ যেন অপমান।
মোৰ এই ইচ্ছা আছে
তোমাৰ কাব্যক মই লঘু কৰো পাছে—
তোমাৰ ৰচনা মই খোজো বখানিব।

তোমাৰ সাধনা মই খুজিছো মানিব,
তুমি উপলব্ধি কৰা সীমা
তাৰ মই বুজিছো মহিমা,
তাৰ চূড়া হিমাদ্রি ধৱল,
ভাৱ-গংগা তাত টলমল।

বহুত দূৰত আছে প্ৰেমৰ যমুনা
যাৰ পাৰে পাৰে যত
দীপ, ধূপ, ধূনা,
ফুলৰ স্তৱক,
শৰতৰ চোতালত যাৰ শুভ্ৰ বুকুত গচক।
তুমি আজি অগাধ অপাৰ
অপ্ৰকাশ কবিতাৰ নীল-পাৰাবাৰ।

## কৰ্ম বন্ধং প্ৰহাস্যসি

উদিত সন্ধ্যাৰ মোৰ শশী
কৰ্মবন্ধ প্ৰহাস্যসি।
কামনাৰ, মৰমৰ, বেদনাৰ কোনো বান্ধ নাই
মনে মোৰ আজি মুক্তি পায়।
এই পৃথিৱীৰ
যিমান সমস্যা সুগভীৰ,
যিমান কঠিন নীতি, যিমান কোমল
সকলোতে মন মোৰ থাকিল বিমল
উদ্বেগ বিহীন
সুপ্ৰশান্ত শান্তি-আশাহীন।
প্ৰত্যেক কামৰ পৰা নামি অহা জৰী
নিৰুপায় হই থকা গুৰিয়ালহীন মোৰ তৰী,
সত্য-অসত্যৰ ধ্বনি-বাণী
সকলো সমান কৰি মানি,
সকলো বৰ্জন কৰি,
সকলো তিয়াগ কৰি পাতে মূলে ধৰি,
বিকশি উঠক মোৰ মন
অনিপুণ অমগন।
এই চিন্তাত সুন্দৰ হব হিয়া
নিৰানন্দহীন বিনন্দীয়া।
লোভক বিলুপ্ত কৰি কামক নিষ্কাম,
ৰুদ্ধ কৰি ক্ৰোধ-ধাম,
মোহক নিৰ্মূল,
অচেতন সচেতন হক এই জীৱন নিভুল।

হৃদগুৰ

মোৰ এই জীৱন নশ্বৰ,
তাত যাৰ দীপ অনিৰ্বাণ
সেইজন সুমহান
কৰ্মবন্ধহীন।
তেওঁতে বিলীন
মোৰ
সংসাৰৰ মায়াজাল ঘোৰ।

ভালবেয়া, সুখদুখ, মিছাৰ ভঁৰাল
সমুখৰ দৃশ্য যত সুন্দৰ, কৰাল,
সকলোতে দৃষ্টি কৰি এক,
জাগক প্ৰত্যেক
মোৰ তনু মন প্ৰাণ
মোৰ জ্ঞান অথবা অজ্ঞান।

# জৱাহৰলালজী

আকাশৰ দৰে ওখ তোমাৰ শৰীৰ
মানুহৰ চকু তাত স্থিৰ।
সহস্ৰ মানৱে চকু দিয়া
তোমাৰ শৰীৰ মন হিয়া
গৰ্ব্ব তাত সৰ্ব মানৱৰ।

যি সাৰথি কালৰ ৰথৰ
তেওঁ দয়াহীন
ভ্ৰ-ক্ষেপ বিহীন।
নিয়ম শাস্তিৰ বীণ বাজে মাজে মাজে
মানুহৰ সমাজে সমাজে।

তাৰ সুৰ
ললিত মধুৰ
কোলাত কেচুৱা লই গুছাই ওৰণি
নিৰ্ভয় জননী।

যিটি বাণী সকলোৰে বাবে
জ্যোতি হই যিটি বাণী যায় আগে আগে
তাৰ বাবে নম্ৰ হই
দিওঁ আমি সমৰ্থন কই।

তোমাৰ বাণীত
আমি শ্ৰদ্ধান্বিত
এই শ্ৰদ্ধা সমুদ্ৰৰ কূলে উপকূলে
এই শ্ৰদ্ধা অৰণ্যৰ যত ফলে ফুলে।

এই শ্ৰদ্ধা অন্তহীন
যদিও নিঃকিন।
চিৰকাল এই জাগৰণ
যুগে যুগে অনাদি পাতন
মানুহৰ যাত্ৰা চামে চামে
আগবাঢ়ি দল বান্ধি সোণৰ সপোন শস্য সিঁচি পামে পামে
যাৰ অৰ্থ যুগান্তৰে
শিলত মাটিত আঁকি নানাবিধ ৰূপে ৰূপান্তৰে
বচন বিহীন
স্তব্ধতা প্ৰলীন।
বংগ আৰু গ্ৰীচৰ সাগৰে
আজি আঁকোৱালি ধৰে
বগা-কলা মৰা-শৱ স্তূপ,
—ধূলি, মাটি,ছাই অপৰূপ,
ইয়াৰেই বিৰুদ্ধ ঘোষণা
তোমাৰ বাণীত জ্বলি মানৱৰ একত্বক
কৰক ৰচনা।

১৫ ডিচেম্বৰ
১৯৪৬

# সত্য

মূৰ্খ এই কবিৰ জীৱন
তাতোকই মূৰ্খ এই চঞ্চল, বিভোৰ মোৰ ক্ষণ
ঈশ্বৰৰ সাধনাত
যেন ছন্দ মোৰ ৰ'ল কবিতাত।
এই ছন্দ মন্ত্ৰ গাই গাই
মোক্ষ সাধনাই
ঈশ্বৰৰ পিছে পিছে
যেন দ্ৰুত খোজেৰে লৰিছে।
মোৰ এই শৰীৰত
কাৰ অংশ প্ৰত্যক্ষ জাগ্ৰত?
যেন বিশ্ব-জীৱনৰ
সোঁতা এটি বয় তাত খৰ।
কেউফালে মৃত্যুৰ কুঁৱলি
তাত মোৰ জীৱনৰ উঠে দীপ জ্বলি।
সত্য মোৰ কবিতা-সাধনা।
সত্য মোৰ ঈশ্বৰৰ এই আৰাধনা।
সত্য এই দীপ,
মিছা এই কুঁৱলি অলীক,
বিশ্ব-জীৱনৰ গৰ্ব কৰি
নিঃস্ব ই জীৱন যায় তৰি।

তৰুৱে তৰুৱে আজি প্ৰথম মৰ্মৰ
ফুলে ফুলে প্ৰথম ভ্ৰমৰ
শৰীৰৰ শিৰে শিৰে আজি জাগে প্ৰথম স্পন্দন
গন্ধবহ জাগিছে নন্দন।
ডাৱৰৰ মাজে মাজে দীঘল ভ্ৰমণ কৰি অন্ত
নৱ সুৰুযৰ আজি জাগিছে বসন্ত।
পুৰণি বন্ধুৰ আজি হিয়া
নতুন ৰূপত বিনন্দীয়া।
তেৱা মোৰ অন্তৰৰ গোপন পুৰুষ
তোমাৰ কিমান গ'ল জীৱন আয়ুস?
নতুন সূৰ্যক কৰি দেখা
মচি দিব পাৰিবানে অতীতৰ স্বপ্নময় ৰেখা?
ধুলিত বিলীন হোৱা তোমাৰ নিৰাশা
আজি তুমাত বাজিবনে নৱ নৱ আশা
ভাষাত কবিতা আনি কণ্ঠত সুস্বৰ?
জাগ্ৰত কঠিন প্ৰশ্ন মোৰ
আনা তাৰ সমিধান
মৃত্যুৰ মাজত দিয়া জীৱন-পুঞ্জৰ মহাদান।

# যৌৱনামৃত

অৰ্থহীন যৌৱনৰ গীত
তাত জানো দেখা দিয়ে অমৃত্যুৰ অনন্ত অমৃত ?
ব্যাকুল বিবশ ধৰণীৰ
প্ৰতি শিৰ
ৰস নিমগনা
বসন্তৰ চৰণত বাজি উঠে পৰম বেদনা।

তৰুৰ ক্ৰন্দন
বুকুভগা বেজাৰৰ যেন বিস্ফোৰণ,
অন্তৰত গুমৰি গুমৰি
সপত সমুদ্ৰ উঠে লৰি।

হে'বা মোৰ গোপনৰ সপোন সখিটি
এদিন যি বজালা বাঁহীটি,
তাৰ সুৰ—
গৰজি মন্দ্ৰিত হই উঠা ঘোৰ
আজি থমকিল,
উদাস কৰুণ সুৰে কণ্ঠৰোধ কৰি হে'বা আৰু নেবাজিল।
তোমাৰ চকুৰ দুয়োকাষ
নীলিমা আকাশ
তাত যেন নামিল ডাৱৰ,
এন্ধাৰ-মৃত্যুৰ গুপ্তচৰ !
চোৱা সউ আকাশৰ লিখা
কোটি সূৰ্য গ্ৰহ নীহাৰিকা
তাত কোন দেৱতা আৰাধি
যৌৱনৰ অমৰ উদাত্ত গান উঠিছে অনাদি ?

তাৰ কোন শ্লেট্ ভাড়া কৰি, তুলি লবা উছল গাগৰি
যৌৱনৰ ভৰা-সমুদ্ৰৰ ?—তাৰ মই মাগো এটি বিন্দু
যদি তাত আন্দোলিত
অমৃত-যৌৱন ভৰা ৰহস্যৰ সিন্ধু ।

## কল্পনা

সিবেলি সন্ধ্যাত
স্মৃতিৰ অলক্ষ্য কল্পনাত
তোমাৰ ভুবন মোহন ৰূপ
তাক ভাবি আজি মই চুপ
হে কল্পনা,
হে'ৰা মোৰ মনৰ ৰচনা,
তোমাৰ অদৃশ্য মাধুৰীত
চিত্ত মোৰ অকাৰণ প্ৰীত
একান্ত নিবিড় ভাবনাত
মনৰ ৰচন কল্পনাত ।
ফাঁকিৰ অতীত তুমি ফাঁকি
যোৱা ৰূপ ঢাকি,
তোমাৰ উদং বুকু গ্ৰীৱা
নিতম্বৰ ৰসোন্মাদী জিভা
যোৱা গুপ্ত কৰি,
নেমেলিবা নিগম নিগূঢ় যাদুকৰী ।
ওপৰৰ বেলিৰ পোহৰে
সকলো বস্তুকে থৰে থৰে
আছে পোহৰাই,
তোমালই ওলগ জনায় ।

হে'ৰা মায়াময়ী
এই ওলগৰে আজি ময়ো ভাগ লই
কওঁ কথা এটি।
বিশ্ব-জগতৰ হে'ৰা তোমালই এয়ে ভাৰ-ভেঁটী
উন্মত্ত, উদণ্ড নৃত্য কাল-সাগৰৰ
তাত স্থিৰ তোমাৰ প্ৰহৰ,
ক্ষণিক, অলীক
স্বপ্ন আৰু কল্পনা মিহলি।
মুহূৰ্ত্ততে যায় চলি,
এৰি যায় মোক,
মোৰ দুখ, মোৰ যত শোক
অৱলুপ্ত হই যায়
ডিঙি মোৰ মায়াৰে মেৰায়,
যেন সাপেৰে মেৰাই গঁথা ধুঁতুৰাৰ ফুল,—
—এই সৃষ্টি হই যায় ভুল;
কেৱল কল্পনা তুমি থাকা
ৰহস্যৰ ছবিখনি আঁকা
মোৰ কপালত
তাৰ শ্বেত কঠিন হাড়ত।

# আহিনৰ হাঁহি

হিমালয়
প্ৰাপ্ত চুমি
এই মোৰ
আহিনৰ হাঁহি,
তাত তুমি ভাষাটি দিয়াহি।
পৃথিৱীৰ যৌৱনৰ শিখা
প্ৰসূতী-মাতৃৰ দৰে—আছে আজি লিখ
তাত সংগোপনে
তোমাৰো সংযোগ মনে মনে।

সউ কেঁচা ধাননিত
কহুঁৱা ফুমাই যোৱা বিলৰ দাঁতিত
পদুম-কলিৰ
ওখলই চোৱা শুভ্ৰ-শিৰ
জিলিকিছে
পৰম আশাৰ পিছে পিছে,
য'ত সবিতাই
কুঁৱলি ফালিৰ খুজি
যেন নিজে নিজে যায় ঢাক খাই।
আজি মোৰ বিশ্ৰামৰ ক্ষণ
উন্মত্ত পবন অকাৰণ।

স্থিতি যি জীৱনৰ আয়ু
আনন্দ উদ্বেল পৰমায়ু
তাৰ শীৰ্ণ ৰেখা
শৰতৰ তটিনীৰ দৰে
বালিৰ মাজত যেন
দেখা বা নেদেখা।

এই মোৰ ভঁৰালৰ চাবি
ধন-ৰত্ন তাত মোৰ ক'ত দেখা পাবি ?
এই সেউজীয়া
জীৱনক দাই তুমি নিশ্চয় নিনিয়া,

আনম্ৰ আনত মোৰ
যি পকাধান
দাবা তুমি,
সেয়ে মোৰ দান।

# ব্ৰতা

এই বিশ্ব-যৌৱনৰ খেলা
তাত মোৰ প্ৰেমোন্মাদি হুচকুৰ মেলা,
এই যে সপোন
তাত যেন দেখা দিয়ে প্ৰেয়সীৰ জোন,
কেঁকোৰা-চুলিৰে মুখখনি
চকিতা-হৰিণী যেন মুখৰ লাৱণি।
বুকুত অমৰ
দূৰণিৰ অযুত ভ্ৰমৰ,
তাত প্ৰাণ-শিখা
ছন্দহীন উল্লাসেৰে লিখা,
যেন জয়ৰ পতাকা
বলাকাৰ পাস্তি পলাতকা।
এই বিশ্ব যেন বুৰি যায়,
অস্তিত্ব হেৰায়
অনন্ত তমসী
নাই য'ত তৰা সূৰ্য শশী।
তাত পূৰ্ণ পয়োধৰা
অন্তহীন জ্যোতিৰে আবৰা,
পচুম কুসুম,
যাক বেৰি বিভ্ৰান্তৰ ধুম
ধূপ-সুৰভিৰে ভৰপূৰ।

আয়ু মোৰ
ক্ষণিক অলীক,
প্ৰাণ প্ৰেৰণা
প্ৰেয়সীৰ চৰণ-মগনা।

তুমি বৰ্ম দিয়া
প্ৰাণক বিজয়ী কৰি নিয়া।
কৰ্মৰ উত্তাল সমুদ্ৰত
মোৰ হিয়া হ'ক সমুন্নত ॥
নেৰাখিবা বাকি
এই দৃশ্য সীমাহীন ফাঁকি,
পলকে পলকে মোচ খায়।
আজিৰ যি সঁচা সি কাইলই মিছা হই যায়
অন্তৰৰ
কেন্দ্ৰ মোৰ
যেন চিৰ-অপৰিৱৰ্তিত।
তাৰ গোপন-চাৰিণী হেৰা ইন্দ্ৰিয়-অতীত
কোৱা মোক কথা।
ৰঙা-হিয়া মোৰ তুমি-ব্ৰতা

# পুনৰভ্যুদয়

পূৰৱ খিড়িকী মোৰ 'মেলি
এইমাত্ৰ দেখা পালো নৱ-জীৱনৰ মহাবেলি।
যাৰ ৰহস্যই
জন্ম-জন্মান্তৰ ৰই ৰই
মোৰ গ্লানি—কলুষত ঢালিছিল অমৃত নিজৰা।
য'ৰ পৰা
দিনে ৰাতি
অপূৰ্ব আশাৰে ফুটি ফাটি
পৰাণ-প্ৰদীপ মোৰ অনন্ত-আন্ধাৰ সতে যুজি
আত্মাৰ ৰহস্য যেন লব খুজিছিল বুজি বুজি।
ক্লান্তিৰে তিমিৰে ঢাকি থোৱা।
অমৰ শাশ্বত জ্যোতি কোনোকালে কতো নেহেৰোৱা।
এই পথ
কঁপাই চলিব মোৰ ৰথ
নক্ষত্ৰৰ সতে ৰশ্মি আজুৰি সাঙুৰি
পদুলিত পৰি থকা মৃত্তিকাৰ গুৰি।
য'ত অতীতৰ ভৰি খোজ
—দিনে দিনে যি পদৰজ
ম্লান ম্লানতৰ হই হব চিহ্নহীন
কৰি তাক সমূলি বিলীন।
পৰাণৰ জয় ধ্বজা লই
পৰাণ উদগত কৰা মহাপ্ৰাণ মই পাম গই।
জীৱন-সিন্ধুৰ তীৰ
এদিন উত্তীৰ্ণ হই সমৰপি আপোন ৰুধিৰ
অভিনৱ এই বাটে বাটে।

যাৰ বাবে যেন মোক মাতে
এই তপনৰ কৰে
ৰ'দ ৰৰষুণ ভৰা এই সৰ্বশোভাৰ ঈশ্বৰে।
নীল-আকাশৰ পাৰে পাৰে
বগা ডাৱৰৰ আঁৰে আঁৰে
অৰ্পি মোক ৰহস্য-কণিকা।
শকতিৰ শিখা
যাৰ লয় নাই, ক্ষয় নাই, ওৰ নাই।
তাৰ অৰ্চনাৰ স্তুতি গাই
ক্ষুদ্ৰ মোৰ জীৱন-জেউতি
অনন্ত-সোঁতত যাব উটি।
কৰা মোক ভয়হীন
বিশ্ব-শকতিৰ, পদূলিত এই মোৰ ভগাবীণ
যেন পাৰো থই যাব
আনন্দেৰে যেন তাৰ পাৰো জয় গাব।

## ছলনা

মোৰ এই ভগাবীণা খনি জুৰি লই
বেজাৰ বিষাদ কান্দোন শুনাবলই
আছে মোঁৰ কি অধিকাৰ? যি তটিনীত
কালীয় হ্রদৰ দৰে বিষাক্ত পানীত
উঠে বিষ-বাষ্পৰাশি, তাক কৰি ভাগ
জগতক দিবলই কিয় অনুৰাগ?
সীমাহীন দুখৰ মাজত মানুহৰ
শ্রেষ্ঠ যি সংগীত বাজে বেদনা-কাতৰ
তাক অনুধ্যান কৰি ৰচো মোৰ ভাষা
মানুহৰ দুখ যক এই মোৰ আশা।
হে'ৰ মোৰ মূঢ় প্রাণ প্রলাপ-ৰচক
জগতৰ এই দুখ বৰ ভয়ানক,
বৰ দয়াহীন তাৰ উলংগ প্রকাশ
লেলিহান ৰসনাত জাগে সর্বনাশ।
সঁউযে জনক যায় বৰ নিৰুপায়
সংসাৰত জ্বলে যাৰ তীব্র কন্যাদায়।
তাৰ এই সুদুর্বহ বোজা কাঢ়ি লই
পাৰিবানে তাক লঘু কৰি দিবগই?
একান্ত সুবহ কৰি জননীৰ শ্রম
পাৰিবা গুচাব তুমি সংসাৰৰ ভ্রম,
কৰম-বিমুখ যাৰ নিজ দুহিতাৰ
কর্মময় সংসাৰৰ দেখি গুৰুভাৰ
মন্ন উৎপীড়িত? অত্যাচাৰৰ মাজত

যাৰ শিৰ কোনোকালে নহয় আনত,
দুৰ্ব্যৱহাৰত যি টোকে চকুপানী
সম্পূৰ্ণ এন্ধাৰ দেখি দীপ্যমান বাণী
আনন্দৰ ৰাজাধিৰাজৰ, তেওঁ বাৰু
কোন সান্ত্বনাৰে পাব জীৱন সুচাৰু ?
ভাবিছানে বুলি এই জগত অক্রূৰ
বাহিৰত আছে যাৰ প্ৰলেপ মধুৰ ?
নৃত্য-অভিমানিনী নাৰী যি চিনেমাৰ
সুস্নিগ্ধ তাৰকা এটি তেওঁৰ দেহাৰ
সৌন্দৰ্য ঢাকিব প'ৰা সোণৰ মুদ্ৰাই
পলকতে ছলনাৰ যায় গীতি গাই।
নিষ্ঠুৰ ছলনাকাৰী বিশ্বৰ নিয়মে
কৰে ঘোৰ প্ৰতাৰণা। শেষ-কীৰ্তি যমে
কৰে বিৰচন, কাঢ়ি লই মমতাজ।
কাঢ়ি লই সংযুক্তাৰ স্বামী পৃথ্বীৰাজ।
জীৱনে জীৱনে ৰচে শেষ সামগান
ছলনা-লীলাৰ কৰি চিৰ অৱসান।

# অন্ন

তোমাত নিমগ্ন মোৰ আজি এই ধ্যান
হেৰা মোৰ জীৱনৰ পৰম কল্যাণ,
তুমি মোৰ সেউজীয়া জীৱন-স্পন্দন
আনন্দ-ৰেণুৰ উৎস। সংসাৰৰ ৰণ
উত্তুংগ গভীৰ হই যিদিনা বিৰাজে
তোমাৰেই মহামন্ত্ৰ বংশীসম বাজে
চিত্ত কৰি মুখৰিত। তুমি যদি নাই
বান্ধি ছাটি নিব মোক মৃত্যুৰ সেনাই
এন্ধাৰৰ জয়ধ্বজা তুলি।

আজি মোৰ
প্ৰাণত একান্ত হই বাজে সুমধুৰ
অন্নৰ সংগীত। এই অন্ন এৰি থই
জীৱনৰ কি মূল্য আছে? ভৰা নই
শুকাই খৰাং হব, বালিৰ চাপৰি
ওলাব উৎকট হই ৰিক্ত ভাণ্ড গঢ়ি
প্ৰাণৰ প্ৰত্যেক ভাষা কৰি জীৰ্ণ লোপ
এয়েই প্ৰাণৰ বিত্ত যাক কৰি ভোগ
গ'ল মোৰ পিতৃ পিতামহ। যাক স্মৰি
শ্ৰদ্ধাত আনত এই হিয়া।

আশা কৰি
এই অন্ন লৰি ফুৰো উন্মাদ গতিৰে
ভাগ্য মোৰ তুচ্ছ কৰি, বিদেশে বাহিৰে,
লাঞ্ছনা শিৰত তুলি। কেতিয়াবা গই
অযোগ্যজনকো—ভেটি চৰণত থই।

কৰো আৰাধনা। ক্ৰূৰ, কুটিল অন্নই
নিদিয়ে অলপো দেখা। বুভুক্ষা-সৰ্পই
জিভা মেলি উঠে নাচি। হায় অন্ন মোৰ।
মোৰ পৰিজন প্ৰতি বিমুখ দুৰ্ঘোৰ।
দেখো কেতিয়াবা অন্নৰ সাম্ৰাজ্য য'ত,
অন্নগতি বহি অতি ওখ আসনত
বিস্তাৰিছে অন্নৰ মহিমা, যাৰ বাণী
দেৱবাণী সম; যত অন্নহীন প্ৰাণী
ক্লিষ্ট, দগ্ধ, দুৰ্ভাগ্যৰ যেন প্ৰতিনিধি
কৰ্মৰ দায়ত পৰি দায়ী কৰে বিধি।
কুঞ্চিত কপাল বই ঘাম পৰে জৰি,
তথাপি এমুঠি অন্ন নাই মুখ ভৰি।
যি ব্যৱস্থাৰে অন্নদাতা সমান মানৱ
তেনে ব্যৱস্থাৰে অন্ন সম অসম্ভৱ ॥

# আশা

ভাগ্যত আহত হোৱা প্ৰত্যেক মানুহ ব্যথাতুৰ
তথাপি ধ্বনিত হই উঠি তাৰ অৱসাদ পুৰ
অনন্ত আশাত। পাল তুলি যোৱা যাৰ নাওখনি
অনন্ত-উদ্যম লই ধুমুহাৰ খাই হেন্দোলনি
অকস্মাৎ যদি বুৰি যায়, তাৰ আশা-জলধিত,
পোৱালে-বাথৰে যাৰ পাৰ বন্ধা গিৰি নামনিত।
সংসাৰৰ প্ৰান্তে প্ৰান্তে স্তিমিত প্ৰদীপধাৰী কত
বিনিদ্ৰ ৰজনী যাৰ অবিশ্ৰাম হু-হু কৰে গত,
সন্তানৰ কণ্ঠে কণ্ঠে অভাৱ হুতাশভৰা গীতি
ৰক্তশূন্য ধমনিতো আশা তাৰ ভৰি তোলে নিতি।
দাৰিদ্ৰ্যৰ অপমানে ধৰে যদি চেপি তাৰ ডিঙি
উল্লাসৰ আশা লই সেইজৰী নিব সিয়ে ছিঙি
নিৰ্বিকল্পতাৰে। যেন একো ঘটা নাই অভিনৱ
অথবা অভাৱনীয়। দাম্ভিক প্ৰভুৰ গাই স্তৱ
তৃপিত তৃষিত তাৰ নাচি উঠে পেষিত অন্তৰ
আশাৰ উদ্দাম নাচোনত। আত্মভোলা মানুহৰ
পৰম তৃপিতি এই। ভাগ্য দহনতো নিৰ্বিকাৰ
শেষ-সময়ত সি সন্তানক দি যাব পুৰস্কাৰ
সৌভাগ্যৰ ; এ আশা কৰি চকু মুদি নিয়ে দিন
মৰ্মাহত জীৱনত কাকো তুষ্ট নকৰি এদিনো।
সেই দৰে যি নাৰীৰ আজন্ম সঞ্চিত পুণ্যভাৰ
মূৰ্তিমান হই উঠি মাতৃত্বৰ দিয়ে অধিকাৰ,
সেই শ্ৰম লঘু কৰি আশাৰ সংগীত উঠে ফুটি
মেঘে ঢকা আকাশতো যেন তৰা হই এটি দুটি

অনন্ত-মাধুৰ্য ভৰা। কামনা-বাহুল্য একো নাই
সন্তানে বিচাৰি পাব জগতত তাৰ নিজা ঠাই।
এই আশা ছেদ কৰি বহ্নি যদি জ্বলে নিদাৰুণ
ঢাকি নিয়ে কাৰোবাক আহি ক্ৰুত মৰণ কৰুণ
তথাপি দুৰাশা থাকি যায়। আশাৰ টোকাৰীবোৰ
চিৰকাল এদাল তাঁৰত বাজে, ঢিলা হলে জোৰ
জলকতবক লাগে শ্লথ হয় জীৱন-আৱেগ,
হতাশ গুঞ্জৰি উঠে লুপ্ত কৰি ৰামধেনু ছেগ
জীৱন ভৰাই ডাৱৰেৰে। ছিগি যদি যায় তাঁৰ
পাদপ বাগৰি পৰে, ফুলদ্ৰুম-লতিকা জাতিষ্কাৰ
ছিন্ন ভিন্ন হই মাটিত আলেখ্য আঁকে শোভনীয়
জীৱন-কুঞ্জৰ দ্বাৰ শেষবাৰ কৰি ৰমণীয়।
আশাৰ প্ৰদীপ থই মুৰ শিতানত শেষবাৰ
প্ৰিয়তম বন্ধুৰ কাৰণে যেন ক্ষীণ হাহাকাৰ
কৰি, হৃদয়-স্পন্দন ধীৰে ধীৰে ক্ষীণ হই যায়,
সমাধিত আশা থই জীৱনৰ বস্তিটি জুমায়।

# পিতৃত্ব

মোৰ এই সুখৰ দুখৰ কল্পনাত
ক'ত তুমি মৌন হই আছা জগন্নাথ ?
প্ৰকৃতিৰ দুৱাৰে দুৱাৰে তোমাৰেই
আনন্দৰ হাঁহি মোৰ মাতৃৰ দৰেই
আশ্বাসত সুকোমল, কল্যাণ প্ৰচুৰ
মোৰ যত অমংগল, ক্লান্তি কৰি দূৰ,
তুমি বিৰাজিছা ? এই অৱলম্বনত
হিয়া মোৰ শত শত লাঞ্ছনা মাজত
স্থিৰ অবিচল। জীৱন—দেৱতা তুমি
তোমাক কেন্দ্ৰত লই মোৰ মনোভূমি
জাগ্ৰত তীৰ্থৰ দৰে, যাক ধৰণীৰ
কোনো তাপে নাই পৰা কৰিব অস্থিৰ ॥
আজি সমুখত যাব তিমিৰ অনন্ত
একে বুলি মানো য'ত শিশিৰ, বসন্ত
তোমাৰ প্ৰকাশহীন। এই বাৰিষাত
জীৱনৰ কৰি মোৰ নিস্তব্ধ নিমাত ॥
ইয়াতো আনন্দ যদি পাৰো আহৰিব
কণামানো সুধা তাৰ যদি পাৰো দিব
মোৰ ৰুগ্ন শিশুৰ মুখত, শ্ৰম মোৰ
ক্ষণিক সাৰ্থক হব। আশা কৰি ওৰ
দাৰিদ্ৰ্য অনল জ্বলে হু-হু কৰে বই।
জীৱন-মৰুভূ থাকে ধু-ধু কৰে ৰই'।
হে মোৰ পৰম পিতা। তোমাৰ ক্ষমতা
ঢাকি এই নিঃকিনৰ যত অক্ষমতা
ধিককৃত, বিক্ষুব্ধ নিজ পুত্ৰৰ কাষত
কোৱা পিতা, মোৰ এই পিতৃত্ব কিহত ?

# প্ৰেৰণা

হেৰা মহীয়সী নাৰী এই চিত্ত দীন
চৰণ প্ৰান্তত আজি তোমাৰ বিলীন
তন্দ্ৰামগ্ন সদাশিৱ হই। মোৰ হিয়া
তোমাৰ নূপুৰ-ধ্বনি শুনি মতলীয়া।
তোমাৰ অনিন্দ্য তনু-লতা ধ্যান কৰি
মোৰ মনে চিনি পায় মহা বিশ্বেশ্বৰী।
সাগৰ-পৰ্বত জোৰা অনন্ত অনাদি
নীলাকাশ পৰিব্যাপ্ত বিপুল প্ৰমাদি
বিৰাট ভ্ৰমৰ কেন্দ্ৰময়ী মহাশিবা।
পৃথিৱীৰ পণ্ডিতৰ জাগ্ৰত প্ৰতিভা
বিজ্ঞানৰ শতমুখী ক্ৰিয়া চক্ষুষ্মান
হে দেৱী, তোমাৰ শুভ্ৰ চৰণৰ ধ্যান।
প্ৰেমৰ গুঞ্জন তুলি কবিৰ চেতাৰে
তোমাৰে অভিবাদন কৰে বাৰে বাৰে,
আলাপ সংলাপ কৰি অমল মধুৰ
তোমাৰ চৰণ পদ্ম কৰে, হাত জোৰ।
বাৰে বাৰে ই বিশ্বত শক্তিৰূপে অতি
বিভ্ৰান্তক তুমিয়ে দেখুৱা পথ গতি,
অনন্ত আৱৰ্তি কৰি সন্ধ্যাদীপ লই
যিপথেদি সবিতাই ধীৰে যায় গই।
বাঁহাটিত মুখ থই চন্দ্ৰ কামাতুৰে
ওৰে ৰাতি সংগিনীৰ ভংগী চাই ফুৰে
তোমাৰে অমৰ মূৰ্ছনাত। ৱি বীণাত
এই মহাগীতি, ৰুদ্ধ কৰি তাৰ মাত

কান মুচে় নিজৰ আলোক নিজে জ্বালি
নিজ শকতি জাত শোণিত-পুঞ্জ ঢালি
চল কৰি, হেঁচা মাৰি ধৰা অৱসাদ
চিত্তক চঞ্চল কৰা বিক্ষোভ প্ৰমাদ
পাৰিব বিজয় কৰি লব পথ চিনি
নাভাবি একোকে নাৰী বিশ্ব-বিমোহিনী?
বিশ্ব-প্ৰকৃতিৰ এই পথ পৰিহৰি
কোনে নিজ পথ বাছি লই যাব তৰি
প্ৰেৰণা নলভি একো বিশ্বৰ বাণীৰ?
ক্ষুদ্ৰ প্ৰজা আমি, এই বিশ্বৰ ৰাণীৰ।
সেইবাবে মোৰ এই ক্ষুদ্ৰ তনুমন
ক্ষুদ্ৰ নিজ বাসস্থান, ক্ষুদ্ৰ আয়োজন
পলে পলে স্পৰ্শ লভি মহাবিৰাটৰ
উঠিছে আন্দোলি। যেন বিশ্ব-নিশ্বাসৰ
অজগৰে মোৰেই বিশ্বাস লাভ কৰি
সংকীৰ্ণ-চেতনা মোৰ দিনে দিনে ভৰি
মহা চেতনাৰে সঞ্চাৰিছে প্ৰাণ গতি
মোৰ। নেজানো কেতিয়া ইয়াৰ বিৰতি
শব্দ স্পৰ্শ ৰূপ ৰস গন্ধ মুখৰিত
এই দেহা চৈতন্যৰ। জ্ঞানৰ অতীত
মোৰ ভৱিষ্যৎ-পথৰ চিন্তাত বুৰি
জনমৰ ৰূপভিক্ষু এই চকুজুৰি
নোৱাৰো মুদিব। মাগো মই সুবসনা
পাৰ্থিব-সৌন্দৰ্য য'ত সৃষ্টিৰ প্ৰেৰণা।

# পুৰু

যযাতি— হে'ৰা পুত্ৰ এই মোৰ সুদীৰ্ঘ জীৱন
তোমাক কৰিব খোজো দান।

পুৰু— অকাৰণ
দীঘল জীৱন উপকাৰ নাসাধিলে
কাৰো, সউ মৰুভূমি যাৰ বালি শিলে
চিৰকাল জড়তাৰ কাঠিন্য প্ৰচাৰি
ক্ষীণপ্ৰাণ জুৰিটিক ৰুদ্ৰ-শৰ মাৰি
কৰে প্ৰতাৰণা।

যযাতি— ঠিক তেনে বহু লোকে
ছলনা কৰিলে মোক ককায়েৰবোৰে,
প্ৰতাৰণা কৰি মোক ঢাকি পিতৃঋণ
লঘু তুচ্ছ কৰি মোক যেন ক্ষুদ্ৰ তৃণ।

পুৰু— দিয়ক দেউতা মোক ভিক্ষা আজ্ঞাবাণী?

যযাতি— শুনা পুৰু তুমি মোৰ নহবা অজ্ঞানী,
হুমলীয়া পুত্ৰ তুমি, তোমাৰ যৌৱন
অক্ষত সুন্দৰ, সুৰভিত সমীৰণ
তোমাৰ নিশ্বাস, তোমাৰ ৰক্তিম ওঁঠ
গোলাপৰ পাপৰিৰ দৰে যেন কোঁঠ
মদনৰ, যাক ভেদ নোৱাৰে কৰিব
কোনো কামিনীৰ বেঁকা-বাণে।

পুৰু— নুবুলিব
অভাষ্য-ভাষণ, দাস মই চৰণৰ।

যযাতি— হেৰ পুত্ৰ তোৰে মোৰে কথা গোপনৰ
নাই কোৱা একো কথা অপ্ৰয়োজনৰ।

এই তোৰ অনিন্দ্য যৌৱন দান কৰি
মোক, এই মোৰ শিৰামৰ দুই ভৰি
তাৰে পৰা চাৰে তিনি হাত ওখ দেহা
গোৰোৱা শালৰ দৰে যি আজিৰ ঠেৰেহা
বাৰ্ধক্যৰ মদৰ ৰসত বুৰ গই
সেই দৃঢ় হোৱা তনু লাভ কৰ তই।
যদি অনিচ্ছুক তেনে—

পুৰু— ইচ্ছুক দেউতা,
সৌভাগ্যহে মোৰ, এই যৌৱন কি কুটা ?
ব্যাধিগ্ৰস্ত জৰাগ্ৰস্ত দেহা মোৰ হক
আপোনাৰ দিব্য হই যৌৱন থাকক।

## অৰুণ

কদ্ৰু— কোৱা ইন্দ্ৰৰ ঘোঁৰাৰ কি ৰং ?

বিনতা— ফটিক
ধৱল, বাসৱৰ উচ্চৈশ্ৰৱা।

কদ্ৰু— বেঠিক।
জানো মই সেই অশ্ব কৃষ্ণ বৰণৰ।
কাইলই বিনতাৰ নয়ন গোচৰ
কৰি প্ৰত্যয় মনাম মোৰ এই কথা।

বিনতা— কুন্দ পুষ্প সম শুভ্ৰ সমুদ্ৰই ঘটা
এই ধন। দেৱাসুৰে মথি যাক দিলে
মহেন্দ্ৰক।

কদ্ৰু— যদি মোৰ কথা মিলে
তুমি দাসী হবা মোৰ, অন্যথা কিংকৰী
তোমাৰ মই।

বিনতা— আহিলো সৰ্পকুলেশ্বৰী,
আন কাম আছে। মোৰ কথা সঁচা হলে
দাসীত্বৰ অগৌৰৱ তোমাৰ নহ্বলে।

কদ্রু— কোৱা বাছা ইন্দ্রৰ অশ্বৰ কি বৰণ।

সাপ— বগা। কৰিব খুজিছানেকি আৰোহণ ?

কদ্রু— ক'লা কৰা তৎক্ষণাৎ লগাই ভেলেকি।

সাপ— আজিয়ে কৰিম ক'লা জিভাৰে চেলেকি,
অনন্ত সন্তান আমি তোমাৰ কি ভয় ?

কদ্রু— দেখিলানে এঙাৰৰ দৰে সেই হয় ?
দাসী তুমি হ'লা মোৰ।

বিনতা— আদেশ পালিম।

অৰুণ— অকালতে ওপজালা, মই কি কৰিম ?
তোমাৰ দুৰ্দশা আই মচি নিব পৰা
জন্মিব গৰুড়। তুমি অণ্ড ৰক্ষা কৰা।
অবাবতে যেন মোৰ দৰে বিকলাংগ
কৰি নকৰা প্ৰলয়।

সূৰ্য— কাৰ্য হ'ল সাংগ।
অৰুণ, ৰথত মোৰ পাখি মেলি বহি
সপ্তাশ্ব চলোৱা। যেন মোৰ তাপ সহি
পৃথিৱী তিষ্ঠিব পাৰে। তাৰ দিহা তুমি
কৰা।

অৰুণ— বিদায় জননী, যোৱা মোক চুমি।

ফিলিপ--- অৰণ্যৰ পশু সউ সিংহ গ্ৰীৱ সম
উচ্চ সমুন্নত অশ্ব শুভ্ৰ মনোৰম
অথচ সি অসংযত অতি।

এলেক্‌জেন্দাৰ— অভিনৱ !
এই অশ্ব মোৰ। শত ৰাজ্য নৱ নৱ
এই অশ্বৰ পিঠিত উঠি দিগ্বিজয়
কৰি লভিম যশৰ মাল্য। শুনা পিতা
দিয়া মোক অশ্ব, চোৱাঁ পাৰদৰশিতা।
ক্ষুব্ধ সমুদ্ৰৰ যেন শুভ্ৰ ফেন ৰাজি
চিৰ অগ্ৰগামী তাত দ্ৰুততা বিৰাজি
অমৰ বিজয়-মাল্য দিয়ে সমুদ্ৰেক
এই ধৰণীৰ প্ৰাণ-শিখৰ ৰচক।
বীৰৰ অসিত যদি জ্বলে এই তেজ
দুৰ্দম অপৰাভূত। লুকায় সলেজ
অন্যায়ৰ ধূমকেতু। দেশে দেশে পাপ
বিয়াপি বিস্তাৰ আজি কৰিছে প্ৰলাপ,
কাব্য-দৰ্শনৰ আৰু মহৎ শিক্ষাৰ
একো যেন প্ৰয়োজন নাই, অবিচাৰ
মূল-মন্ত্ৰ লই ৰাজ্যৰ শাসন চলে।
ভেৰা সম প্ৰজাগণ চলে দলে দলে।
ঘৃণ্য দাসত্বৰ প্ৰথা মূৰ পাতি লই।
মানৱ জীৱন সোঁত চোৱাঁ যায় বই॥
ৰোধ কৰা অবিচাৰ, গুচুৱা অন্ধকাৰ
আনা মণি মৰকত স্বৰ্গ অলংকাৰ
বিশ্বোৱা ৰাজ্যত, অৰ্পা দেৱী এঠেনাক।
খৰ্গ তুলি হে'ৰা পিতা দিয়া যুদ্ধ ডাক।

ফিলিপ—		তোৰ গুৰু এৰিষ্টটলক মাতি আনি
স্থধিব পাৰনে আজি কেনি হব হানি
এই মেচিডনিয়াৰ যদি লই হয়
নোলাওঁ কেনিও আমি ভাবি দিগ্বিজয়।
স্থধিবি গুৰুক তোৰ স্থখ আছে ক'ত,
স্থখৰ গুৰিনে এই অশ্ব উনমত
—উদ্দাম মৃত্যুৰ ছাঁয়া যাৰ চাৰি পাশে,
ইয়াক বেষ্টন কৰি আশা বিকাশে ?
এলেকজেন্দাৰ—চোৱাঁ পিতা এই ঘোঁৰা নিজ ছাঁয়াভীত,
এই বাৰে অতি উগ্ৰ গতিত ত্বৰিৎ।
এই ঘোঁৰা সংগী হব মোৰ জীৱনৰ
ইয়েই প্ৰতীক মোৰ কামনা-মনৰ।
দেশ জয় কৰি মোৰ দেৱী এঠেনাক
কৰিম মংগলময়ী।
ফিলিপ—		দিছো মই হাক
নেযাবি কেনিও এৰি তোৰ জনকক।
হানি কি আমাৰ, দেশ পুৰিলে পোৰক।
এলেকজেন্দাৰ—সমুদ্ৰই বেৰি থোৱা বিশাল দেশৰ
ৰজা তুমি প্ৰপালক, তুমি অধীশ্বৰ
তোমাৰ শক্তিত কৰি বিশ্বাস, আশ্বাস
সহস্ৰ প্ৰজাৰ চোৱাঁ জীৱন বিকাশ।
যদি তুমি উদাসীন, আকাংক্ষাবিহীন
উঠিব ইয়াতে বাজি দুৰ্ভাগ্যৰ বীণ,
দুৰ্ভগীয়া জনতাই হাতে হাতে লই
লাও-টোকাৰী বজাব। তুমি মাথো ৰই
এই দৃশ্য চাবা—সিংহাসন মৰহিব
পিশাচৰ মূৰ্তিবোৰ চৌদিশে নাচিব
ভ্ৰংশ হব ৰাজদণ্ড তোমাৰ হাতৰ।

ফিলিপ— নিদিবা নিদিবা লাজ হে'ৰা পুত্ৰ মোৰ
লোৱা অশ্ব, হবা তুমি বিজয়ী সম্ৰাট।
মোৰ ক্ষুদ্ৰ মেচিডন, তুমি যে বিৰাট॥

অটল— ৰমণীৰ লাৱণি হাতৰ এই মদ
ভিক্ষা কৰো মই।

অটল পত্নী— তুমি কৰা কথা বন্ধ।
শুনা নৰপতি আৰু সমবেত লোক
এই মদ্ক্লিয়'পেট্ৰা হকে নামি যক
মোৰ উদৰ পথেদি। মই পান কৰো।
উপযুক্ত বংশধৰ হক ফিলিপৰো
শুভ্ৰ ফটিকৰ দৰে নিৰ্মল শোভন।
পুৰ্ব গগনৰ দৰে—

এলেকজেন্দাৰ— নকৰা বচন।
কুঞ্চিত বাহুক এই কৰিলো আঘাত
তোমাৰ মদত হক এশ বজ্ৰপাত।

[ মদৰ পাত্ৰ দলিয়ায় ]

চূৰ্ণ হক এই দৰে তোমাৰ কামনা।
পূৰ্ণ মই শশধৰ। তুমি নাই জনা?

অটল— ভিক্ষা কৰিছিলো মদ প্ৰিয়াৰ হাতৰ
শুকান কণ্ঠত লই পিয়াহ কাতৰ।
নিদাৰুণ হেৰা যুৱৰাজ, বাকি নিদি
কিয় দলিয়ালা মোৰ সান্ত্বনা বাৰিধি?
মহাৰাজ, লক্ষ্যভ্ৰষ্ট পুত্ৰ আপোনাৰ।

ফিলিপ— তথাপিতো মোৰ এই অসি ক্ষুৰধাৰ
মোৰ বীৰ-সন্তানৰ বুকু-শোণিতেৰে
কৰিম ৰঞ্জিত।

এলেকজেন্দাৰ এই বীৰ বিক্ৰমেৰে
দেশ-দেশান্তৰ তুমি কৰি অতিক্ৰম
বিজয়ৰ বাঞ্ছা কৰি লভি মনোভ্ৰম
যাব খোজা লঘুচিত্ত মন্থপৰ দৰে।
প্যাটিয়ে প্যাটিয়ে দেহা তোমাৰ বাগৰে
হাঃ হাঃ হাঃ।

এৰিষ্টটল্— আহাঁ আহাঁ যুৱৰাজ
হোৱাঁ তুমি এই ক্ষুদ্ৰ কলংকৰ বাজ।
তোমাৰ কাৰণে মুক্ত উন্নতিৰ দ্বাৰ
সোণৰ জখলা শাৰী। মাণিকৰ ঝাৰ
জলমল কৰি ৰয়, পোহৰ উঠলে,
আশাৰ পৰশ লাগি শোণিত উতলে।
হিয়াত পুলক জাগে। চোৱাঁ পুলেৰুণ,
অনন্ত আন্ধাৰ ফালি আহিছে সপোন
বণ্ডীয়াল জীৱনৰ। সউ ইৰানৰ
এশ বুলবুল আজি উৰি আহিবৰ
সময় আহিল চাপি, ঠোঁটত নতুন
ভাষা লই। হে'ৰা মোৰ বীৰ সুনিপুণ।
তোমাৰ বিশাল বাহু জাগে। আঁকি লোৱা
ছবি বিশ্ব-বিজয়ৰ। ওলোৱা ওলোৱা
হে'ৰা। নিয়তিয়ে আঁকি দিব কপালত
চিৰকলীয়া আখৰ চিৰ বিজয়িনী
দেশে দেশে ব্যাপি পৰা অমৰ কাহিনী।

অলিম্পিয়াচ্ - ৰমণীক নিচিনিলি মূৰ্খ নৰপতি
দুৰ্বল চিত্তত লই ঘৃণ্য আসকতি
সম্পূৰ্ণ ইন্দ্ৰিয়পৰ। সতীত্বৰ জ্যোতি
অকাৰণ যদি স্বামী বিপথৰ ব্ৰতী

হই ত্যাগ কৰে নিজৰ অৰ্ধাংগ
জীৱন কালত। মোৰ হব কৰ্ম সাংগ
সেই দিনাহে মাথোন যিদিনা হ্নমাব
ক্লিয়পেট্রা।

এলেকজেন্দাৰ— মাতৃ, তোমাৰ সন্তান যাক
দিগ্বিজয়ী হই, এৰি এই মেচিডন।
এক ফিলিপৰ য'ত অৰণ্য-ৰোদন
তুচ্ছ তুচ্ছ শত তুচ্ছ অটলৰ হকে।

অলিম্পিয়াচ্—চাওঁ বাছু কোনে সৰ্প মুণ্ডত গচকে!
এৰি দিছো ফেঁটি সাপ খুটিব নিশ্চিত
ফিলিপক গোপনতে থাকোতে নিদ্ৰিত
গণি থাক দিন হে'ব অটল-জীয়ৰী
তোৰ কৰধনি হব তোৰে চিপ্‌জৰী।

এলেকজেন্দাৰ—মৃত্যুৰ সোপান-পথ ধৰি চিৰদিন
মানৱ চলিছে, কাৰো কৰবাত চিন
আছে জানো পৰি? বীৰৰ হৃদয়খনি
আপুনি বিকশি উঠে একোকে নগনি।
নকৰি একোতে ভয়, নেৰাখি ভাবনা।
দৃপ্ত চিত্ত লই এৰি হেজাৰ কল্পনা
কৰি নিদ্ৰালুৰ। ঈৰ্ষা মোৰ একো নাই
কাৰো প্ৰতি সুকঠিন প্ৰাণে নিৰিনায়।
তথাপি কবিক মই বৰ ভাল পাওঁ
মুষ্টি মোৰ দৃঢ় কৰি জয় তাৰ গাওঁ।
চাই চাই পুৰ তুৱাৰৰ পয়োভৰ
ক্লান্তিহীন চকু মোৰ আজি যে উজ্জ্বলতৰ।
অনৰ্গল এই তুৱাৰত বিজুলীয়ে
যায় উকি মাৰি, অস্ফুট বাণীয়ে

আঁহা আঁহা চোৱাঁ এই দিগন্ত বিদাৰি
মৰুভূমি ভেদি বোৱা অফুৰন্ত বাৰি
দূৰ দূৰণিৰ ধন। নীল ভূমধ্যৰ
সলিলত জানি উঠে বীৰ্য বীৰত্বৰ
অস্তগামী ভাস্কৰৰ তেজেৰে মিহলি
শাৰী শাৰী ৰণতৰী কাৰ যায় চলি?
মোৰো মন চলি যায় বিদ্যুৎ বেগেৰে
পলকতে কত দেশ মোৰো বেগে বেৰে
—বাধাহীন উত্তেজনা উদ্দাম স্বাধীন।
প্ৰথমে বজাম মই ইৰাঁনত বীণ
তাৰ ৰাগ সুগম্ভীৰ প্ৰথমে ধ্বনিত
হব ডাৰিয়চ্ নৃপতিৰ স্তম্ভিত
কৰ্ণত।

চেলুকচ— পদাতিক সৈন্যই প্ৰথমে
গাব গান ইৰানত ধৈবতে পঞ্চমে
ৰাগিণীত উঠলিব ইৰানীৰ হিয়া।

এৰিষ্টটল্— সেনাপতি মোৰ বচনত কাণ দিয়া।
গ্ৰীক সভ্যতাৰ সোঁতে ইৰান ভেদিব
যিদৰে পাষাণ ভেদা দুৰ্দম নিৰ্ঝৰে
উপকূল সৃষ্টি কৰি ফুলায় ত্ৰিদিব
সোণোৱালী শস্য যাৰ দুপাৰে নধৰে।

এলেকজেন্দাৰ—চেলুকচ লোৱা তুলি বিজয় খড়্গ
জয় কৰি আনো ব'লা ইৰানী সৰগ।

দাৰুনী— দুৰ্গম নিষ্ঠুৰ পথ এই সংসাৰত
নাৰী ছাঁয়া সুশীতল। জিৰাবানে তুমি
এই আলহী-ঘৰত?

এলেকজেণ্ডাৰ — এই বিশ্বভূমি
জয় কৰি লভিম জিৰণি। উটটোৰে
কয় মোক দূৰত পানীৰে আছে উহ
য'ত স্নিগ্ধ খেজুৰ গছৰ সমাৰোহ
অতি ঘন, অতি জুৰ।
দাৰুনী— মোৰ এই উট
আৰু বিচক্ষণ, যেন এমনৰ দূত,
আমাক মন্দিৰ-পথ দেখুৱাব খুজি
বাৰে বাৰে চোৱাঁ সিযে কেনে আছে যুঁজি।
বলা হুয়ো যাওঁ গই এমন্-মন্দিৰ
একেলগ হক আজি দুটি যাত্ৰী-শিৰ।
এলেকজেণ্ডাৰ—সুন্দৰী, তোমাৰ ৰূপ নক্ষত্ৰ সমান
পুৱ আকাশৰ শুকতৰা। কৰা গান
মৰুভূৰ শুকান বতাহ ধন্য কৰি।
পূৰ্ণ কৰি শূন্য এই উদাসী। অঘৰী
উন্মাদ গ্ৰীকৰ হিয়া।
দাৰুনী— তুমি অধীশ্বৰ
ইৰান, চিৰীয়া, ঠিব, গ্ৰীচ, মিচৰৰ,
নোহোৱা উন্মাদ। তোমাৰ উলংগ অসি
শত শত যুৱকৰ হৃদয়ত পশি
কৰিলে উন্মাদী অগণন গাভৰুক,
দেখি তুথ উন্মাদিনী কৰি দিলে মোক।
তোমাক কৰিছো ভিক্ষা দিয়া মোক দান
কঁকালৰ তৰোৱাল কৃতান্ত সমান।
এমনৰ উদ্যানৰ ফুল ছিণ্ডি আনি
তাতে মোৰ কপোলৰ উন্মাদনা সানি
অৰ্পিম তোমাক! হব সেয়ে কৰধ্বনি,
মোৰ প্ৰেম অভিনৱ। তোমাৰ অগনি।

এৰিষ্টটল্— সখা শিষ্য মোৰ মেচিডনৰ কোঁৱৰ
আহিল সময় আৰু উলটি যাবৰ
জীৱনৰ দেৱতাই মৰণৰ মালা
দিছে দলিয়ায়। জানা কোন ৰাজবালা
দাৰুনী তোমাৰ ?

এলেকজেন্দাৰ— জীৱন-সংগিণী মোৰ
এই মৰুৰ লতিকা, গোলাপ-ফুলৰ
গোন্ধ ভৰা উদগ্ৰ সমগ্ৰ মায়া-দেহ
এই গাভৰুৰ।

এৰিষ্টটল্— কথা আৰু কৰা শেহ,
মৃত্যুৰ আহিল মহাৰাণী, মহাৰাণী
দাৰুনীক আলিংগন কৰি তুমি আনি
ৰচনা কৰিবা আজি দুৰ্গতিৰ পথ,
উলটিবা অবাটেদি হেৰা মহাৰথ।

এলেকজেন্দাৰ—উল্লসিত পতাকাই মোৰ বাধা যে
নামানে।

এৰিষ্টটল্— দাৰুনীয়ে আনিছে মালা যে
সেই হব মৰণ উল্লাস।

এলেকজেন্দাৰ— মনোৰম
দাৰুনীৰ বাক্য অনুপম। সুধাসম
বচন-অমিয়া, গলি যায় য'ত হিয়া
ৰুদ্ৰ-কঠিনৰ।

এৰিষ্টটল্— হেঁৰা মোক আনি দিয়া
জীৱনৰ বাণী। পুৰুৰ হুংকাৰ শুনা,
তল পৰি গ'ল চেলুকচৰ বাজনা
গ্ৰীচৰ সুৰত বজা।

এলেকজেন্দাৰ— হৃদয়ে বজায়—
শুনা মোৰ নিজা সুৰ, হিংসা তাত নাই।

এৰিষ্টটল্— অহিংসা প্ৰেমৰ বাণী কোনে দিলে আনি
যুগৰ গুহাত ই যে অপূৰ্ব নতুন,
কোন নীতি মানি উদে এই তথ্য-জোন
কোন আকাশত দিব নৱ-জ্যোতি সানি ?
চিৰকাল ধৰণীত সাধকে শাসকে
ক্ৰীড়া কৰি গ'ল গালে কতনো ৰচকে
কতনো সংগীত লেখি আঁকি কত ছবি
মাৰ গ'ল কতবাৰ কত দীপ্ত ৰবি।
যুগ-যুগান্তৰ কৰি পোহৰ প্লাবিত
কতনো বীৰৰ জ্যোতি হ'ল উদ্ভাসিত।
জীৱনৰ মন্ত্ৰ কৰ্ম-বাঁহীত ভৰাই
ফু দি মৰিল সবে, কি গ'ল বাৰু গাই ?
জীৱন-সংগীত মাথো, নেওচি মৃত্যুক
কোনেও তো কৰা নাই কাৰো হকে শোক।
তুমি কিয় যাবা আঁকি মৰণৰ পট,
ৰমণীতে মৰণৰ ছবি সন্নিকট।
এৰি দিয়া দাৰুনীক বজোৱা বিকুল
উঠক গগন ভেদি কৰ্ম কলৰোল।
এলেকজেণ্ডাৰ—উদয়াচলৰ দৰে উন্নত ললাট
তুমিয়েনে এই মহাভাৰত-সম্ৰাট,
সমৰ-ক্ষেত্ৰত মই সপোন মগন
দূৰণি-পথৰ এক গ্ৰীক অভাজন।
যি মহাৰাণী মোৰ আছিল স্বামিনী
তেওঁক কৰিলা তুমি ভূতল শায়িনী।
ধন্য তুমি মহাৰাজ, ধন্য এই গ্ৰীক
প্ৰশংসিছো ৰমণীৰ আত্ম-আহুতিক।
কোৱা বীৰ, কি বিচাৰা কি লাগে তোমাক ?
সাম্ৰাজ্য অথবা বন্দীশালৰ বিপাক।

পুৰু— নিদাৰুণ ধুমুহাত বসন্তৰ লতা
এই ইৰানী তোমাৰ অতি পতিব্ৰতা।
ভাৰতৰ নাৰী সম সৌভাগ্য শালিনী,
সধবাৰ পদ্ম ফুল মালাৰে মালিনী,
যাক চাই যোদ্ধা মই খন্তেক বিস্মিত,
যাৰ বাবে ৰজা হৈয়ো হলো পৰাজিত।
তথাপি ৰজাৰ যোগ্য সমাদৰ ভাবি
ৰাজোচিত সন্মানৰ কৰো মই দাবি।
পংকমগ্ন ৰথচক্ৰ যিদৰে ব্যাহত
গতিহীন দেখি এই ধৰণীৰ পথ
উপায়বিহীন। সেইদৰে নিৰুপায়
মই। চোৱাঁ, পছিমত বেলি মাৰ যায়
যি মোক কই যায়, চোৱাঁ পুৰু ৰজা
ময়ো মাৰ গলো লই পৰাজয়-বোজা
ভাগ্য-আকাশৰ এই নিয়তিৰে যুঁজি
দিনমান। সাগৰত ললো ঠাই খুজি।
অমৰ শাশ্বত এই সাগৰ সমান
হোৱা তুমি ছিকান্দাৰ, দিয়া মোকো মান।

এলেকজেন্দাৰ—মহাৰাজ, চন্দ্ৰভাগা বিতস্তাৰ তীৰ
ধন্য কৰি বিৰাজিছা তুমি মহাবীৰ
মহান প্ৰতাপবান। বন্দী কৰি লই
কাক মই নিব খোজো দূৰ গ্ৰীচলই ?
পূব দিগন্তত সউ নামিলে এন্ধাৰ
জয়ৰ পতাকা মোৰ উল্লসি ইবাৰ
এই স্থিৰ হ'ল। হায় হাহাকাৰ কৰি।
জয়োল্লাস মোৰ অবলুপ্ত অস্ত পৰি।
মহাৰাজ, কৰা মোক ভাৰতৰ বাজ।

পুৰু— নকৰিবা অনুতাপ শোক কৰা অন্ত
নাচাবা নাচাৱা আৰু দূৰৰ দিগন্ত
তাত কোনো নাই।

এলেকজেন্দাৰ— দীপ শিখা যে নুমাল
হাতৰ বেহানি মোৰ হাততে হেৰাল।

পুৰু— ইৰানীৰ তেজ ভৰা ই বৰ্শা ফলক
লোৱা হাত পাতি। দিয়া হেৰা, দিয়া মোক
এই সিক্ত ভূমি, য'ত ৰচিম সবগ
ইৰানীৰ সমাধিৰে কৰি দিম লগ
অনন্ত অৰ্চনা। আজি পূৰ-দুৱাৰত
থমকিল ধুমুহাৰ ৰথ উনমত
ৰণোন্মাদী বিশ্বখ্যাতী আকাংক্ষা দুৰ্বাৰ,
হে এৰিষ্টটল্ লোৱা মোৰ নমস্কাৰ।

এৰিষ্টটল্— মহাৰাজ পুৰু তুমি কি মন্ত্ৰ দীক্ষিত,
যি মন্ত্ৰ ধ্বনিত আজি হ'ল বিনম্ৰিত
গ্ৰীকৰ বাহিনী। সিংহ গৰ্জনেৰে গৰ্জি
আহিছিল ক'লামেঘ নম্ৰতা বৰজি
সুদুৰ্জয় বিক্ৰমেৰে, সি যে আজি লীন,
তাক ঢাকি বাজে বাজ-বৈৰাগীৰ বীণ,
পৰ্বতে পৰ্বতে ঠেকা খাই তাৰ সুৰ
উটি যায় প্ৰতিধ্বনি, হই যায় দূৰ।
ঘনে ঘনে দেৱদাৰু পত্ৰৰ হিল্লোলে
কয় নম্ৰ কথা। যুগমীয়া তাৰ বোলে
দিয়ে যুগ-বাণী অমৰ মৰ্মৰ গাঁথা
ভৱিষ্যৰ মানৱৰ মহাশিক্ষা দাতা,
ক্ষমা আৰু প্ৰেমৰ বাৰতা। মহাৰাজ,
বিশ্ববীজ লক্ষ্মী আহি কৰক বিৰাজ

তোমাৰ অংকত।   বিশ্বেশ্বৰ শুভ নাম
হক জাগৰণী, মই জনাওঁ প্ৰণাম।

এলেকজেন্দাৰ—উলংগ, বসন-হীন, যোগ নিমগন
সউ যে পুৰুষ বোৰে কৰে বিচৰণ
কি চিন্তাৰে বাৰু মহীয়ান ?   লঘূ কৰি
অন্তৰৰ দুখ।

পুৰু—                নাই নাই, দুখ নাই
সন্ন্যাসীয়ে যোগ কৰি সুখী যে সদাই।
এলেকজেন্দাৰ—কি তাৰ অন্তৰৰ সুখ, কিয় সি সুখী ?

পুৰু—      কল্যাণ এবাৰ আঁহা, সেনাপতি দুখী।
বুজুৱা তোমাৰ কথা।

কল্যাণ—                মাতৃভূমি এৰি
তোমাৰ চৰণ, মনে আজি শান্তি ফেৰি
হেৰুৱালে।   চোৱাঁ, য'ত মোৰ এই ভৰি
নাই কাৰো সাধ্য যাক যাব জয় কৰি।

এলেকজেন্দাৰ—সাৱধান দিগম্বৰ !   তীক্ষ্ণ মোৰ অসি,
কৰিম দুখণ্ড তোক শৰীৰ পৰশি।
হেলাৰঙে এই বিশ্ব আহিলো মোহাৰি
তোৰ দুখোজৰ বাবে যামনেকি হাৰি ?

কল্যাণ—    বিশ্ব আছে আৰু আছে বিশ্বগ্ৰাসী কাল,
কাক জয় কৰা তুমি ?   বিশ্ব মায়াজাল
কালি যাব খোজা তুমি কোন সুৰুঙাই
পলে পলে দাবানলে ধৰিব মেৰাই।

দুখোজৰ অধিকাৰ সহা নাই তুমি
তোমালই তিনি হাত বেবিলন-ভূমি।
তাৰ বেছি নাই। দেখিছো তাতেই মই
তোমাৰ সমাধি।

এলেক্‌জেন্দাৰ— ব'লা আমি যাওঁ গই
এৰি এই হিমাদ্ৰিৰ পছিম প্ৰদেশ
য'ত মোৰ বীৰ্য বল সমূলি নিঃশেষ।
ওলোৱা কল্যাণ তুমি, প্ৰিয় বন্ধু মোৰ
তোমাৰ তথ্যেৰে মোৰ যাতনা দোৰ্ঘোৰ
পাতলাবা। ধন সোণ মণি মুক্তা দিম
মৰিলে তোমাৰ দেহ ৰত্নেৰে পুতিম:
মহাৰাজ পুৰু তুমি ওখ হিমালয়
বৰ্ষাৰ উদ্দাম নৃত্য, চঞ্চল মলয়
খৰস্ৰোতাৰ তৰংগ, ভুজংগৰ বিষ
তোমালই চিৰকাল প্ৰকৃতি-আশীষ।
মই উভতিলো আজি এৰি এই ভূমি,
প্ৰেমৰ মন্দিৰে থক চিৰকাল চুমি
তোমাৰ আকাশ: ইৰানৰ বাগিছাত
চাইৰাছ সম্ৰাটৰ আজি ৰাজ-পাট
শুদা হই আছে পৰি। তাত কল্যাণৰ
শুভ ছাঁয়া পৰি ৰক। ভাগ্যহীন ইৰানৰ
যত নৰ-নাৰী সুখী হব চাই অকম্পিত
সমাধিস্থ, শান্তি, প্ৰেম, জ্ঞান-বিমণ্ডিত
হিয়া কল্যাণৰ। দেখিছানে হে কল্যাণ,
ভুঁইকঁপে কত স্থান কৰি যায় ম্লান
ভাঙি যায় গঢ়ি লোৱা ঘৰ। মোৰো নাই
ঘৰ কতো; কল্যাণে বোলোৱা ছবি চাই

আজি মই হব খোজো সুখী। করতল
দিয়া মোক, মেলানিৰ শুভ্ৰ শতদল,
চিৰকাল এই ক্ষণ ৰব স্মৰণত
বিদায়, বিদায় হেৰা সভাসদ যত।

# নেপোলিয়ান আৰু গেটে

নেপোলিয়ান— মোৰ নাম কি বুলি লেখিবা তুমি কবি
জাৰ্মান জাতিৰ বাবে থই যাবা ছবি
মুল্যবান, আঁকি তাত অমৰ লেখাৰে
কোন মনোহৰ কথা কেনে ভাবনাৰে ?
গেটে—চৰাচৰ জুৰি এই যাত্ৰা বিশ্বময়
স্থিৰতাবিহীন, কোন বাটেদি নিৰ্ভয়
পৰিব যাত্ৰাৰ এই ছেদ। মৃত্যু নাই,
তথাপিও খেদি নিয়ে মৰণৰ্ ছাঁই।
তোমাৰ বিজয়-বাণী ম্লান কৰি সউ
মাৰ গ'ল কত শত ভূমধ্যৰ ঢউ।
কোনে দিলে মানৱক শাশ্বত অমৃত।
শুনালে কৰ্ণত কোনে অমৰ সংগীত।
তাৰ ইতিহাস মোক দিয়া বীৰবৰ।
নেপোলিয়ান— ভাল পাওঁ নিজৰ জাতিক কৰিবৰ
সেইবাবে তীক্ষ্ণ কৰি মোৰ স্বৰ্ণ-অসি
স্বজাতিক শ্ৰেষ্ঠ কৰি হব খুজি যশী
চালিলো শোণিত।
গেটে— চোৱা মানৱক মানি
একেটা সূৰ্যই দিয়ে সঞ্জীৱনী, আনি,
জাতিয়ে জাতিয়ে যাৰ মহাজ্যোতি পৰে।
সমগ্ৰ য়ুৰোপ বেৰে এখনি সাগৰে,
তথাপি দৃষ্টিত ভেদ বুদ্ধি কৰি লই
বিশ্বত বোৱাব খোজে নৱ-তেজ নই

আদি অন্তহীন।  এই অনুভৱ কৰি
বিশ্বৰ সৌন্দৰ্য-দূতে নৱদেহা ধৰি
বাৰে বাৰে পথ দেখুৱায়।  মহাবীৰ
তুমি আজি কণামানো নাই হোৱা স্থিৰ
জয় কৰি দেশ;  পৰাজয়ৰ নিছান
কিমান দূৰত আছে পোৱানে সন্ধান ?
মোৰ ক্ষুদ্ৰ ৰচনাৰ সৌন্দৰ্য-বেদীত
তোমাৰ স্বাক্ষৰ ৰব অতি সন্মানিত।
কালৰ পিছত আহি বাগৰিব কাল।
বীৰেন্দ্ৰ তোমাৰ নাম থাকিব বিশাল।

# জীৱনৰ ৰজা

আত্মহত্যা কৰি গ'ল জাপানৰ সমৰ সচিবে
ধোঁৱাময় জীৱন-প্ৰদীপে
ধোঁৱাত আচ্ছন্ন হই যেন কই গ'ল —
নিস্প্ৰভ গ্লানিত গই তল
এই জীৱন হুমাল।
ৰাজ-উল্লাসৰ দম্ভ হৰ্ম্যচ্যুত হইযে এবাল,
প্ৰাসাদৰ কোঠাই কোঠাই
চূৰমাৰ হই আশা যায়,
ৰাজ্যৰ বিৰাট স্বপ্ন যেন ভ্ৰান্তিময়
তাত যেন অনন্ত প্ৰলয়।
আমাৰ সংকীৰ্ণ ৰাজ্য এই ক্ষুব্ধ বুভুক্ষু দেহাৰ
ক্ষুদ্ৰতাত সংযুক্ত সংসাৰ
ইয়াৰ মোহত আমি প্ৰখৰ নখৰ
ক্ৰোধ অংক হিংসাত জৰ্জৰ।
নিজৰ সাম্ৰাজ্য আমি বহলাব খুজি যেন মৰো
তাৰ বাবে যেন জন্ম ধৰো।
এই জয়-পৰাজয়, ক্ষতি-লাভ
কাঙ্কুলি বা পাভ
পৰম বিক্ৰম কৰি জাল পাতি
খাপ লই ধৰো ৰাতি
• যাতে কোনেও নেদেখে
যেন এই নীতিহীন ইতিহাস কোনেও নেলেখে

মোৰ যদি হয় ক্ষতি
সকলো উজাৰ কৰি লাভ কৰি লম অতি
কৰি প্ৰবঞ্চনা
মিছাৰ বিজয়--ধ্বজা আগ কৰি সন্মানৰ সানি
গোৰোচনা
জীৱনক তুচ্ছ কৰি
মৰণ সুন্দৰ কৰি গঢ়ি
যদি মোৰ দেখা দিয়ে আত্মাৰ সমান।
লাভ আৰু ক্ষতি কৰি উভয় সমান
লই তাৰ জয়ধ্বজা
মৰণ কালতো মই হ'ম এই জীৱনৰ ৰজা।

## শ্ৰীৰাম

যিদিনা অকলে তুমি পূৰ্বৰ ভাৰ্গৱ-কুণ্ড ভাবি
তুচ্ছ কৰি গিৰি বন হাঁবি।
অকলে আহিলা নামি
কনৌজপুৰৰ পৰা তীৰ্থ ব্ৰত কামী
কামৰূপ ভূখণ্ডৰ
নয়নাভিৰাম মনোহৰ
লক্ষ্য কৰি ধৰ্মৰ প্ৰতীক
হে ধৰ্ম পথিক।
সেইদিনা
চলিহা-বংশৰ যেন গৌৰৱৰ বাজিছিল বীণা।
বিন্ধ্য-পৰ্বতত
কোন ঋষি আছিল তপত ৰত
চিৰব্ৰহ্মবাদী
সাধনা পবিত্ৰ যাৰ ঈশ্বৰ আৰাধি।
তেওঁৰেই বংশধৰ
দেৱ দামোদৰ
আছিল তোমাৰ গুৰুজন যিজনৰ
সেই বনমালী,
ধৰ্মৰ বিলত যেন ৰাঘৱ-বৰালি।
দুয়োৰে আছিল নম্ৰবেশ
ৰাজদম্ভলেশ
নাছিল প্ৰথমে কাৰো;
ৰাজসিকতাৰো
নাছিল কণিকা এটি

আত্মাৰ সাত্ত্বিক ভেটি
আছিল সুদৃঢ় কৰি।
দাক্ষিণ্যেৰে, করুণাৰে অন্তৰ সোণৰ কৰি গঢ়ি।
স্বৰ্গদেৱ জয়ধ্বজে
দক্ষিণপাটত যাক সত্ৰ পাতি ভজে
সেই পুণ্যশ্লোক বনমালীদেৱ—
যাক কৰো সেৱ
আছিল দুদিন ৰাঁজেশ্বৰ
পুণ্য কৰি সিংহাসন, শুদ্ধ কৰি ৰাঙলী বাহৰ।
শ্ৰীৰাম
যাৰ নাম
তেওঁৰ নামত দিয়া শ্ৰীৰাম চাপৰি,
কঁহুৱাৰ ফুল য'ত উঠিছিল লৰি
শুভ্ৰ পতাকা উৰাই,
কইছিল শুভ্ৰ হই থাকিব সদাই
বংশ শ্ৰীৰামৰ
হাতত মিলাই হাত অতি সাধাৰণ মানৱৰ।
আজি মই বৰ সাধাৰণ,
তোমাৰ সি অভিযান কৰিছো স্মৰণ।
তোমাৰ বংশৰ দীঘ-বাণি
অসমক ঢাকি আজি পৰ্বত প্ৰমাণী।
যি গুটি সিঁচিলা।
তাৰ গছ গজি আজি স্পৰ্শ কৰে নীলা।
নৱ সূৰ্যকৰ
গৌৰৱ-মুকুট হই শোভিছে ভাস্বৰ।
বিদ্যাই, বুদ্ধিয়ে আৰু ত্যাগে, ধৰ্মে, শীলে
আয়ুষ্মাণ হই আজি যি জনমিলে

তোমাৰ সন্মান
তেওঁৰ হাতত ৰ'ল তোমাৰ সন্মান।
কেঁচুৰ ৰসেৰে লেখা পঢ়িলা আখৰ,
বিজ্ঞানৰ আজি পয়োভৰ,
এটম্-বোমাৰ অজি লীলা।
তাৰ আখৰেৰে আমি পঢ়িম শান্তিৰ পেৰা-কাকত
এখিলা
ধৰ্মৰ তীৰ্থৰ পদচাৰী
ৰাম-বনমালী
আজি আমি নিৰ্মালি বিচাৰি
পাম জানো ক'ৰবাত সাত্বিকৰ শুভ্ৰ অভ্ৰ বালি ?

## প্ৰক্ষালন

যোৱা দিনটোৰ বিফল প্ৰাণক যত ধূলি, যত বালি
নতুন আশাৰে পৰভাতে আহি দি যায় আওখালি ॥'
[ৰবীন্দ্ৰনাথৰ পৰা অনুবাদ ]

## চিদানন্দ দাস

তুমি আজি মূৰ্তিমান দুৰন্ত বিদ্ৰোহ।
স্পন্দিত হৃদয় মোৰ গুহুমোৱা মোহ
বিস্ময়ত লীন। এই মহা অৰণ্যৰ
অপমান-বিয়াধৰ শৰত জৰ্জৰ
সিংহ তুমি পথহীন। মানুহৰ হিয়া
আজি মই দেখো মাথো অকলশৰীয়া,
কাৰো সতে মিলনৰ নাই সমাগ্ৰহ,
হেৰা বন্ধু, তুমি আজি কৰা সত্যাগ্ৰহ।
নিজৰ বেদীত মই লগাব খুজিছো
বস্তি এটি, যাৰে মই মানুহ পূজিছো
ঈশ্বৰৰ সন্ডেদ নেদেখি। শ্ৰেষ্ঠ এই
মানুহৰ পূজা, ভেদ যাৰ নেথাকেই,
নেলাগে নৈবেদ্য একো চন্দন-তুলসী
যি পূজক তেৱেঁ শ্ৰেষ্ঠ তেৱেঁ মহাযশী।
অশিক্ষিত ক্ষুধাতুৰ যত পীড়িতক
পূজা কৰি বিশ্ব, ধৰ্ম হোৱা প্ৰপালক।

# অনাৰ্ৰসাদ

মোৰ চনেটৰ মালা কোনেনো পিন্ধিব
তাক ভাবি কাপ নিশবদ। কি লেখিব
এই চিন্তা কৰে মনে যনে। ভাষাদেৱী.
চিৰকাল যাঁৰ শুভ্ৰ পদ যুগ সেৰি
চিন্তাৰ ভ্ৰমৰবোৰে তোলে গুঞ্জৰণ,
আজি লাভ কৰে নেকি সিহঁতে মৰণ.
ভাৱ-পুঞ্জ অৱলুপ্ত কৰি ?
যি প্ৰদীপ
জ্বলি উঠি পোহৰালে মোৰ পূৰ্বদিক
মধ্যাহ্নত দিলে তেজ, কৰিলে নিৰ্মল
অপৰাহ্ন সন্ধিয়াত যদি তাৰ বল
নিষ্ঠুৰ বতাহে আহি কৰে নিৰ্বাপিত
কেনেকই ৰাতি মোৰ কৰো শোকাতীত
মোৰ ৰচনাৰ যদি ঘোৰ অনাদৰ
তথাপি কলমে মোৰ নেমানে ভাগৰ।

## আশংকা

সন্ধ্যাৰ ওৰণি খনি আজি মনোৰম
যি আছে লুকাই তাত জাগিছে মৰম
কৌতূহল সম। নাই খোৱা মই ভয়
দিগন্তত দেখি কলা ধোঁৱা দিগ্বিজয়,
দুৰন্ত প্ৰৱল যাৰ গতি। শংকা লাগে
যদি মোক এই ঘোৰ প্ৰলয়ে নেমাগে
তাৰ শিষ্য কৰি। যদি মোৰ সেৱা-ব্ৰত
স্তম্ভিত মূৰ্ছিত হয় দুৰ্যোগ-বাটত।
অযোগ্য শিৰত মোৰ নাচি নটৰাজ
মুহূৰ্তৰ বাবে ত্ৰিশূল সম্বৰি লয়,
যদি কয়, এই জীৱনত নাই কাজ,
নৈবেদ্যৰ ফুল মোৰ এপাহো নলয়,
সেই আশংকাকে মোৰ আজি তীব্ৰ কৰি
জাগিছে সন্ধিয়া আনি লগতে শৰ্বৰী।

## সম্পদ

যি চিন্তাত মোৰ চিত্ত হয় উল্লসিত
তোমাৰ উচ্চাশা যদি তাত প্ৰশমিত
দোষ মোৰ নাই। মোৰ বাবে বিশ্বপথ
আপুনি উন্মুক্ত হ'ল লই নানা মত—
য'ত এক মানুহৰ হিয়া, নাই দুই
য'ত। এই এক ভাষা, ভাৱ, ধৰ্ম লই
বিকশি উঠিছে মোব মত। চিন্তা মোৰ
আজি নৱোদয়। নাই সাধনা উৰ্বৰ
চিন্তাপ্ৰসৰিণী।
নাকান্দিবা মোৰ বাবে,
বিশাল সাগৰে মোৰ লোণ-কণা মাগে,
এই স্থূল দেহাকেই পদাৰ্থ-বিজ্ঞানে
কিমান অমূল্য বুলি কত ৰূপে মানে।
পৃথিৱীয়ে বিচাৰিছে মেলি কৰপদ
চিৰস্থায়ী এই মোৰ দেহাৰ সম্পদ।

# শেষ-বাঞ্ছা

নৱোদিত তৰুণক প্ৰণাম জনাই
মাগিছো মেলানি। আৰু মোৰ কাম নাই,
বিচিত্ৰ জগতখনি চোৱা শেষ হ'ল,
মোৰ বাবে শেষ আজি জাগিল সম্বল
এই পুষ্পৰেণু—যাৰ ঘ্ৰাণ লই মই
প্ৰাণ ভৰি গাঁও এই জীৱন-বিজয়
মহাগীতি।
ক্ৰমে ক্ৰমে ক্ষীণ হব স্বৰ,
এই কণ্ঠ সমুলঞ্চে হবযে নীৰৱ
মহামৌন আতমাৰ সতে। তথাপিতো
জাগি ৰব দুখত সঞ্চাৰ কৰা গীতো
হই অমলিন। যাৰ ভাষা মৃত্যুহীন
হৃদয়-ৰসত গলি যি চিৰ-নবীন।
সেই নবীনৰ বাণী দিলো তৰুণক
মোৰ ভগ্ন-কণ্ঠ যেন তোমাত জীয়ক।

# বিভীষিকা

ভঙ্গুৰ চঞ্চল এই জীৱনত আৰু একো নাই,
গাভৰুৰ হাঁহিটিত ঈশ্বৰৰ বাঁহী যেন বাই
স্তম্ভি ৰয় কাল। এক পলকৰ এই মুহূৰ্ত্তত
স্বৰ্গৰ দুন্দুভি উঠে বাজি, বয়সত সমুন্থত
অন্তকৰ যি খৰ্গ খনি, তাৰ জ্বলিত চমকনি
গৰ্জন বিহীন ক্ষীণ বিজুলীৰ দৰে তুলি ধ্বনি
এক নিমিষতে মাৰ যায়।

সমুখৰ সংসাৰত
ৰোষায়িত কষ্টপুঞ্জ বীভৎস দৃশ্যেৰে সমাগত
ঈশ্বৰ বিহীন। তাত মৃত্যু-ছবি ঘন হই উঠে,
কোনো গাভৰুৰ হাঁহি, বাঁহী লই তাত যে হুফুটে
মৃত্যুঞ্জয়ী। বন্ধুৰ মৰম-প্ৰীতি আজি মুছি নিয়া,
কষ্ট সহিবৰ মোক নিদাৰুণ ক্ষমতাটি দিয়া।
কোনো দৃষ্টি মোৰ নাই ঈশ্বৰৰ ক'ত বাঁহী বাজে
সংসাৰৰ বিভীষিকা মোৰ কেউ কাষেযে বিৰাজে

# দ্ৰোহী

দ্ৰোহী মই, জীৱনৰ এয়ে পৰিচয়,
মানি যাক জাগো মই পৰম-নিৰ্ভয়
গৰ্বিত তৰ্কেৰে মই প্ৰমাণ নকৰো
আচলতে কিনো মই। এই নিৰন্তৰ
যি জাগিছে মই-মই-মই, এয়ে মই
এয়ে পৰিচয়। এই ক্ষুদ্ৰ চিন্তা-নই
বই যায় চিন্তাৰ সাগৰ অভিমুখী
য'ত আছে চিন্তাময় অনন্ত বাসুকী
বিদ্ৰোহত টলমল কৰি। ভূকম্পনে
এই বাৰ্তা ভয়ংকৰ আনে ঘনে ঘনে
বিদ্ৰোহীৰ অন্তৰতো এয়ে উদ্দীপনা
শান্তিৰ সোণালী যেন ধানৰ মৰণা।
ফঁচী-কাঠ, নিৰ্বাসনে দ্ৰোহৰ অগনি।
নোৱাৰে গুমাব। ক্ষুদ্ৰতাৰ খলকনি।

## অগ্রাহ্য

কামিনী কাঞ্চন শ্ৰেষ্ঠ এই মোৰ মত
এয়েই আশ্ৰয় হে'ৰা মহাপ্ৰলয়ত।
মৃত্যু ৰুদ্ধ কৰি যাৰ মহা-শংখ বাজে
সেয়েই কাঞ্চন। পঞ্চভূতে মাজে মাজে
যি শাস্তি বিচাৰি উঠে কৰি হাহাকাৰ
কামিনীৰ কণ্ঠ তাত অমৃত ঝংকাৰ।
এই সত্য ত্যাগ কৰি কোন ৰাজবাটে
যাব খোজা তুমি? কোন মৃত্যু-দূতে মাতে
যম-ডাকিনীৰ দৰে কলা-বসনেৰে
আপাদমস্তক ঢাকি? মই সিজনেৰে
এদিন বিজন বেলা হ'ম দেখাদেখি
পাপ-সম্ভোগৰ ৰেখা কপালত লেখি।
তাৰ বাবে ভয় নাই। আজি মোক দিয়া
অনন্ত-শক্তিৰ কোটি কাঞ্চন-অমিয়া।

# অবিচাৰ

জীয়াই ৰাখিছা মোক কি কামৰ বাবে
এই চিন্তা জাগে মোৰ অভিনৱ ভাৱে।
ঈশ্বৰ পাহৰি যাওঁ, ঈশ্বৰ নেলাগে।
ধৰিছে মস্তিষ্ক মোৰ ঈশ্বৰ-বিৰাগে।
যি শক্তিৰে এই বিশ্ব আপুনি সজীৱ
সেই শক্তি মোৰ গাতো সজাগ সক্ৰিয়
কৰি মোক সচঞ্চল। ডাৱৰে ডাৱৰে
বিজুলী বাগৰি যায়। জল কল স্বৰে
পৃথিৱীক তাৰ বাণী দিয়ে। কোনো দিনা
ইয়াৰ দৈন্যৰ বাজি উঠে ভগা-বীণা।
সুৰ তাৰ সংকুচি শুকাই যেন যায়,
ঘোৰ অভাৱৰ জালে ধৰেহি মেৰাই।
সেই মুহূৰ্ত্তত কোন ঈশ্বৰ জাগ্ৰত ?
তেতিয়াও ৰাখে প্ৰাণ কিহৰ অৰ্থত ?

# নুবুজিবা

সংগ্ৰামৰ গভীৰ ইংগিত কোনে দিয়ে
প্ৰীতিৰ অমৃত-বাণী হিয়াত লেখিয়ে
সোণ-লেখনীৰে ?  মানুহৰ জীৱনত
সমগ্ৰ জীৱন জুৰি সংগ্ৰাম উন্নত।
দ্বিধা একো নাই।  দুখভাৰ প্ৰপ্ৰীড়িত
আত্মাই প্ৰত্যহ কান্দে একান্ত দুখীত
ভৱিষ্যৰ অন্ধতাত বুৰি।  ভাগ্যৰেখা
সম্পূৰ্ণ অজ্ঞাত।  দিগন্তত যায় দেখা
শ্যাম-উপকূল, অশান্ত সাগৰ বেলা,
জোনাকেৰে পোহৰাই কৰি নানা খেলা
হাঁহে কাৰ ভাগ্যৰ বাসৰ পূৰ্ণিমাই ?
তাক ভাবি চকু মোৰ আজি মুদ যায়।
কোবাল ৰথত গ'ল নিয়তি-গাভৰু,
খন্তেক কঁপিল মোৰ ভাগ্য-শাখা-তৰু।

# ডিক্টেটৰ *

বস্তুৰ ভুখত মোৰ অভিভূত হোৱা নাই হিয়া
প্ৰাণ নিৰপেক্ষ এই বস্তুৰ উৎপন্ন অলপীয়া
বুদ্ধি, শ্ৰম, দৈৱজাত ৰীতি। প্ৰাণৰ অভাৱে কয়
এই সংসাৰৰ লীলা, শ্ৰেষ্ঠ তাত কৰা অভিনয়।
ঐশ্বৰ্য লোভত য'ত দানৱে গৰ্জন কৰি উঠে
খাদ্যৰ মাজত তাত শিলৰ টুকুৰা আনি পোতে;
অথবা আহাৰ ৰাশি গুদাম-ঘৰত যায় পচি
হিচাপৰ খাতা শূন্য কৰি। জঠৰত টানি বছি
অলেখ দৰিদ্ৰ পৰিয়ালে বৈতৰণী পাৰি দিয়ে,
যি বাতৰি পঢ়ি শুনি নেতাই মটৰ হাঁকি নিয়ে
পুলিচ-প্ৰহৰী কৰি দায়ী। কিহৰ অভাৱ হেৰা ?
আইনৰ মেৰপাকে সমাজ-জীৱন আজি ঘেৰা
ঘনঘোৰ তমসাৰ যেন কাৰাগাৰ। মই ভাবো।
প্ৰাণৰ প্ৰকাশ নাই। মহাপ্ৰাণ-তৰোৱাল মাগো।

১।১০।৪৭

*নৱানাঙ্ক নৱাধীপঃ গীতা, বিভূতিযোগ।

# মৃত্যু-সুন্দৰ

যি মুক্তিৰ ছবি আঁকি
খন্তেক থমকি ৰয় আঁখি
চিন্তা-ভাৰাক্ৰান্ত চিত্ত লই
ফেনে ফোটোকাৰে তাত গজি উঠে মোৰ কৰ্ম নই।
অস্থিৰ চঞ্চল যাৰ নীৰ
আঁউসী-নিশাতো, যেন চকু কাউৰীৰ
তাত আকাশৰ ছাঁ পৰি
অলেখ তৰাৰে সতে তিৰবিৰ কৰি
কয় কথা
সম্পূৰ্ণ নঙঠা।
এই মৃত্যু—যি মাথোন কেৱল সমাপ্তি
যাৰ ব্যাপ্তি
জীৱনৰ কেউ পাৰ জুৰি
কৰ্ম-অকৰ্মেৰে বেৰি কুৰি
তাৰ ছেদ নপৰা পৰ্যন্ত
তোমাৰ কৰ্মৰ নাই অন্ত।
মুক্তি বুলি ভাবি
প্ৰৱেশিব পাৰা ঘন হাবি
তাত প্ৰমাদ এৰাই
চলিব পাৰিবা বাঁহী বাই।
তাতো ছদ্ম-সৌন্দৰ্যৰ দূতে
ধৰিব বাহুতে
পদ্মগন্ধ বতাহেৰে পাতি সখী
তুমি থাকিবা নিৰখি।

দূৰে দূৰে বেণু বাজি
মনোবন উঠিব বিৰাজি
অবৰ্ণনীয় কৰি ৰমণীয় তাৰ উপবন।
যিদিনা আহিব ৰম্য কোমল মৰণ
তাত জিৰণিৰ ছবি
আঁকি যাক নাচিব ভৈৰৱী
উলংগ সত্যৰ কৃপাণেৰে—
সেন্দূৰীয়া আলি বান্ধি তোমাৰ তেজেৰে।
যি তেজত কত দিন কত সমাৰোহ
আহাৰ্যৰ দুৰন্ত আগ্ৰহ,
এই সৰ্বচূৰ্ণাকৃত কৰি
নৃত্য কৰি জয়ী হব মৃত্যু শুভংকৰা।
তেতিয়া আঁতৰি ৰ'ব এই ছদ্ম সুন্দৰ দেৱতা
খোঁৱাত আচ্ছন্ন কৰি জঁটা
জাহ্নবী লুকাই থব
কৰি তাৰ কল্লোল নীৰৱ।
মুক্তিৰ সোণৰ স্বপ্ন ভাঙি
এইদৰে কতবাৰ বজ্ৰমুঠি ভাঙি
আহে মহা-মৃত্যুৰ ভ্ৰূকুটি
জীৱন-যজ্ঞৰ যেন কৰ্কশ-হাকুটি।
এই আকৰ্ষণ বোধ কৰি
সৌন্দৰ্যৰ বৰষণ দিবস-শৰ্বৰী
গংগোত্ৰীৰ দৰে।
যি স্পৰ্শ কৰে
মায়াক ভেদন কৰা মায়া।
যাৰ ছাঁয়া
অমৃতৰ স্বৰূপৰ
সৌন্দৰ্যৰ অন্তঃকৰণৰ

চিৰ গুপ্তধন
লীন য'ত দাৰুণ মৰণ।
চিৰকাল এই ভুল
কৰি মোৰ হৃদয় বাতুল।
পৰম সুন্দৰ যি—যাৰ চৰম মুকুট
মৃত্যুদূত
মুকুতি-সেনানী যি পৰম নিৰ্মল
প্ৰেম-মাণিক্যত জলমল।
এই মৃত্যুৰ মহিমা মহীয়ান
জীৱনৰ শুকু সামগান।

## —প্ৰবাসী—

এই মোৰ ভাগ্যৰ লেখন
হে'ৰা মোৰ অন্তৰ নিবাসী
চিৰকাল মই পৰবাসী।
দূৰণিত যি মোৰ ঘৰ
সি চিৰকাল মোৰ অগোচৰ।
তাৰ ক্ষীণ-শব্দ-ধ্বনি
অনুৰণি
যেন কৰ্ণ-কুহৰত মোৰ
যেন অহর্নিশ তুমুল কল্লোল-ৰোল
—তৃপ্তিহীন মাতৃসম
নির্নিমেষ নয়ন-পল্লৱ মনোৰম।
দিয়া মোক দিয়া
আজি তুলি নিয়া
এই পৰবাস মোৰ কণ্টক-শয়ন
শেষ কৰি তুচকুত, আঁকি মোৰ নিবিড় মৰণ।
শোকৰ ব্যাধিৰ আৰু অভাৱৰ দাঁত
যাৰ শত অভিঘাত
কিমান সহিব পাৰে মানুহৰ কোমল মঙহে ?
আৰুতো নসহে
এই পৰবাস-যাত্ৰা দিনে দিনে শতেক-যাত্ৰীৰ
ভেদ কৰি অন্তহীন তুন্তৰ তিমিৰ।
এই চিত্ত অজান অবোধ
শাস্ত্ৰৰ বচনে কিনো জনাব প্ৰবোধ

যাৰ লাভ একো নেথাকিল
এই সৰ্বগ্ৰাসী প্লাবনত যাৰ ঘৰ ক'তো নিটিকিল।
হেৰা মোৰ দুৰ্ভগীয়া মানৱৰ শিশু
তোমাৰ পিতৃৰ আৰু মাতৃৰ আশীষো
নিৰ্দয় কঠিন সংসাৰত
মিছা মূল্যহীন
অদৃষ্টক সোধা তাত বাকে কোন বৈৰাগীৰ বাণ ?
তুলিব নোৱাৰ হে'ৰ মনুষ্য-পোৱালি
পালিনে নিৰ্মালি
নিৰ্মম-সংসাৰ ঘ্ৰাৰে দিব পাৰ পাৰি ?
একো ধন ক'তো নিবিচাৰি।
দুহাতৰ দুটি সৰু মুঠি
কোনেনো ভৰাই দিব ৰতনেৰে পুতি।
তোৰ হাত ধৰি
পথে পথে লই যাব অনুকম্পা কৰি।
সংকটৰ মুহূৰ্তত
থৰ হাত দয়া কৰি তোৰ মস্তকত,
তোৰ এই পৰম নিৰ্ভৰ
হে'ৰ হে'ৰ বাছা মোৰ নাই ক'তো ঘৰ!
পৰবাসী আমি পৰবাসী
বিশ্বৰ মাতৃয়ে মাতে ন'ত ঘৰ আছে পৰকাশি।

# কলা

কলা আৰু ধৰমৰ ব্যৱধান
চুলিৰ সমান,
বৈতৰণী সিপাৰৰ-চুলি যেন সাঁকো
উপমাতেই মই ৰাখো।
আজি মই ধ্যান কৰি বিশ্বৰ অন্তৰ—
দেখো অথন্তৰ।
কুৎসিত কেৰোণে হে'ৰা মানুহৰ অন্তৰক খায় খুলি খুলি
তপহীন বল্মীকৰ স্তূপ তুলি তুলি,
মেনকা-ৰম্ভাই নাচোনেৰে—
সেই স্তূপ কাঁইটেৰে বেৰে।
ধৰমৰ খুটি
দৃঢ় কৰি বালিত থলেও টানি পুতি,
কামনাৰ উত্তাল-প্ৰবাহে
জোকাৰিব খুটি লাহে লাহে।
ভাসমান সোঁতে
স্তুতি কথা কব প্ৰথমতে,
কঁপিব চুলিৰ ৰেখা
ধৰ্ম আৰু অধৰ্মৰ আঁকি মৰ্মলেখা,
কষটি-শিলেৰে
অন্তৰৰ স্বৰ্গ আঁকি বৰ্ণ বিভাবেৰে।
কতজন জ্ঞানত গণেশ
অভিজ্ঞতা লভি যাৰ শুভ্ৰ হ'ল কেশ।
তেওঁক সংযম
বৰশী-পুঙাৰ ধ্যান সম

বাসনাৰ পুখুৰীত থাকে উঠি নামি,
বেলি লহিয়ালে যায় ঘৰলই ভাগৰত ঘাঁমি।
মানুহৰ এই দেহ-ৰথ
ভোগৰ বাটত
দুৰন্ত-গতিৰে তমোময়
মুহূৰ্ত্ততে সৃজন-প্ৰলয়।
তাত কোনে ধৰ্ম-উপদেশ কৰি দান
মানুহক দিব শ্ৰেষ্ঠ স্থান?
দিব তাক কামনা-বিহীন নিষ্কলুষ
সংযম-নিয়ম নিৰংকুশ,
পথ তাৰ কুসুম-আস্তীৰ্ণ কৰি
শ্ৰেষ্ঠ কৰি গঢ়ি
ধৰ্মৰ, কলাৰ মহাভূমি
আকাশে মাটিক য'ত প্ৰিয়-বন্ধু বুলি যায় চুমি?
ৰূপহী আৰু ৰূপহীনা
সমান গতিৰে যায়,
নাই কাৰো সোণৰ তপিনা।

# বিদ্ৰোহী

চোকা কল্পনাৰ কাঁড়ে মৃগয়া কৰিব খুজি
কাহিনীৰ পুঁজি
অলিয়া বলিয়া এই শাওণৰ বতাহত
অতিকে বিতত।
পৃথিৱীৰ বাঢ়িছে বয়স
বাৰ্ধক্যৰ ৰস
বই যায়।
নতুন-সৃষ্টিৰ কল্পনাই
ভৰপূৰ হই
স্থিত প্ৰজ্ঞকই
পৃথিৱীৰ মগজু গঢ়িছে।
এই পৃথিৱীত আজি অন্যায়ৰ ক্ষমতা বাঢ়িছে
দোৰ্দণ্ড প্ৰতাপী হই
শিমলু ফুলৰ দম্ভ তাৰ কাঁইটত থই
মূৰ ডাঙি নীলত তৰল তেজ ঢালি
দিগ্বিজয়ৰ তাৰ ৰঙচুৰা গঢ়ে ৰাজ-আলি।
কাঁহিনীৰ জটিলতা নাই;
স্বাধীন-মনৰ গীত বনত এদিন গাই গাই
চৰাই এটিয়ে তাৰ
সংসাৰৰ ভাৰ
লঘু কৰিছিল,
শিমলু গছত তাৰ বাহ নাচিছিল।
ওচৰত ৰেলৰ লাইনে
ধোঁৱা আৰু ঘৰ্ঘৰণি আনি দিনে দিনে

ৰণৰ সম্ভাৰ
কৰিছিল পাৰাপাৰ
ব্ৰহ্মপুত্ৰ-ইৰাৱতী
চালোৱিন, চিন্দোৱিন আদি স্ৰোতস্বতী,
নাৱে নাৱে, জাহাজে জাহাজে,
ৰুদ্ধশ্বাস হই মাজে মাজে
আছিল স্মৰণ কৰি বৰুণ-দেৱতা।
যক সেই কথা।
এদিন হাবিৰ এটা বনৰীয়া গঁড়ে
শিমলু জোপাক আহি নমস্কাৰ কৰে।
শিমলুৰ সুতীক্ষ্ণ কাঁইট লাখে লাখে
লেফ্‌ট ৰাইট মাৰ্চ কৰি গঁড়ক সম্মান কৰি ৰাখে।
গঁড়ে কলে,
এই চৰাই হালক দলে বলে
আঁতৰোৱা যক,
চেপামাৰি ধৰা যক স্বাধীন-কণ্ঠক।
এই বুলি দৃঢ় খৰ্গ হানি
ৰেলৰ লাইন্ তুলি মাটিৰে সমান কৰে খান্দি।
শিমলুৱে মৌন হই
গোঁফত মিচিকি-হাঁহি লই
কলে, গঁড় তুমি যোৱা যোৱা
কাঁইট-সেনাক কলে, হাতকড়িজোৰ লোৱা লোৱা।
টোপ লই সোমাওঁতে নিজৰ বাহত
চৰাই গ্ৰেপ্তাৰ হ'ল, ৰেল পৰাৰ দোষত।
শিমলুৰ বিচাৰ চলিল
বাহৰ পোৱালিবোৰে নুবুজিলে আজি কি ঘটিল,
সিহঁতৰ সৰু-অন্তৰত
অনুভূত হ'ব জানো বিচাৰৰ মৰ্যাদা মহৎ?

সিহঁতৰ জনম-দাতাই
চিৰকাললই এৰি যায়।
বন্দী-নিবাসৰ নিয়মত
শেষৰ দেখাও নাই এই ৰাজ-বন্দীৰ লগত।
বিচাৰৰ অভিনয় এদিন ছিগিল,
ফাঁচিৰ কাঠত সেই বিদ্ৰোহী-চৰাই ওলমিল।

# সংযমী

অন্তৰত আজি মোৰ তুমুল-তৰংগ
কিয় নাই তোমাৰ ভ্ৰূভংগ ?
শাওণৰ গাতো বাৰে বাৰে
বসন্তৰ বতাহে বা' মাৰে
দূৰ-সমুদ্ৰৰ এই বাণী
মধুৰি আমৰ কলিতো কিজানি
উঠে ৰূপ লই
হে বন্ধু, তোমাৰ ভাষা বুজি পাওঁ মই।
সৃষ্টিৰ অমোঘ চকবিত
চিৰ-উদ্বেলিত
এই বসন্তৰ
সোণৰ অন্তৰ।
গাভৰুৰ হাঁহিটিত
কেচুৰাৰ কোলাত উঠিব খোজা ব্যগ্ৰ হাতৰ ঠাৰিত
এই ভাষা আছে
তাক জন্ম দিওঁতাৰ তাক চাই হৃৎপিণ্ড নাচে।
সৃষ্টিত সংযম একো নাই
প্ৰবল প্ৰাণৰ বেগে যাৰ সৃষ্টি লতিকা কঁপাই,
তুলি উৰ্মি ক্ষয়ংকৰ
জীৱনৰ আয়ুস-পুঞ্জই যাক ভাবে বুলি ভয়ংকৰ।
যি ছাটি বতাহে বন কৰে টলমল,
তাৰ বল, তাৰ আয়ুৰ সমল
এৰাতিৰো সম্পূৰ্ণ নহয়,
তথাপি জীৱন-যজ্ঞ পূৰ্ণ হই ৰয়।

বান-পানী যি সোঁতাই
প্রলয়-কালৰ দৰে মাটি-পিঠি উটাই বুৰাই
হয় অন্তৰ্ধান
তুদিনতে হয় তাৰ আহুতি প্ৰদান।
কিমান যুগৰ পিছে পৰে
তাৰ নৱ-ৰূপান্তৰে
লভি বাৰু কি পৰিণতি
এই দুষ্কৰ-ব্ৰতৰ হব ব্ৰতী?
সৃষ্টিৰ কাৰ্যত হে'বা তোমাৰো সিংহৰ ভাগ আছে,
সংযম-নিয়ম লই পাছে
আধাখিনি কৰ্ম কৰি বন্ধ্যা,
এই শাওণৰ সন্ধ্যা
কোন মহা-দেৱতাৰ অৰ্চনা কৰিম বুলি তুমি,
গোপন-কক্ষৰ ঠাই এবাৰো হুজুমি,
কৰি মন সমৰ্পণ
পূজিব খুজিছা কাৰ অৰুণ চৰণ,
ৰুদ্ধ কৰি ইন্দ্ৰিয়-দুৱাৰ?
হে বন্ধু, তোমাক নমস্কাৰ,
ৰুদ্ধ কৰা, ৰুদ্ধ কৰা পথ
দুৰ্জয় প্ৰাণৰ পুষ্পৰথ!

# বিৰহ

এই আকাশক ঢাকি আহিব ডাৱৰ
অতি ঘন ঘোৰ,
লুকাব তিমিৰ ফালি
কিৰণ-কণিকা ঢালি
ৰাশি ৰাশি তৰা,
প্ৰলয়ৰ জঁটাৰে আবৰা
বিশ্ব-বিৰহৰ মহাদেৱে
বিজুলী-ত্ৰিশূল লই
থমকি নাচিব ঠেৰে ঠেৰে।
এই পৰভাত
গমনৰ ফৰকাল বাট
উঠিব সাপৰ দৰে কেৰমেৰ কৰি
ফুলি ৰ'ব ঘাঁহবন ফুলৰ বাবৰি
বনৰীয়া আভাসেৰে।
মনক মেৰাই বিস্ময়েৰে।
চিত্ত যাব কদমৰ ফুল
তাত ৰব ৰুদ্ৰৰ ত্ৰিশূল
খন্তেক কুণ্ঠিত হই
তেজৰ নিছান খনি থই।
পছোৱাৰ বতাহত কঁপি উঠা পাতে
কই যাব এদিন ইয়াতে
কাৰোবাৰ বাঁহী বাজি উঠি চিৰকাললই লীন গ'ল
তাৰ স্বপ্ন ৰ'ল।

এদিনৰ সোণোৱালী বেলি
ৰঙীন আশাৰে ভৰা হৃদয় তুৱাৰখনি বাৰে বাৰে ঠেলি
পশ্চিমাচলত মাৰ গ'ল,
তাৰ সোঁৱৰণী লৈ বাৰিষাৰ উদ্দাম কল্লোল
গগনে গগনে যোৰ ক'লা ছবি আঁকি
বিৰহ-চকুলোবোৰ মাটিৰ বুকুত দিব বাকি।

# আত্মাৰ বিজয়

মোৰ বাবে আৰু তুমি নৰচিবা ফাঁকি
মোৰ বিশ্ব-জীৱনৰ তুমি মাথো কেৱল গৰাকী,
তোমাৰ সম্যক পৰিচয়
পাই মই আজিয়ে নির্ভয়।
শোক-বেদনাত দুখ নাই
তোমাৰ সোঁতত চোলেঁ মোৰ নাও এই উটি যায়।
ঘাটে ঘাটে নোখোজো চাপিব, তুমি মোৰ পৰিপূর্ণ পাৰ
পুৱা-আবেলিৰ বেলি তোমাতে গুলাব যাব মাৰ।
মোৰ আজি মোক্ষ অবন্ধন
প্ৰসাৰিত পক্ষ মেলি মোৰ আজি আত্মাৰ গর্জন,
—সাগৰৰ সমীপত যেন নদীনীৰ
মুহূর্তৰ কাৰণে অস্থিৰ,
যেন আত্মনির্বাণৰ শান্ত সুৰ বাজি
মোৰ কর্ণ-কুহৰত অপূর্ব ধ্বনিত হই আজি
কেৱল তোমাৰ ভাষা কয়,
মোৰ আজি চিৰন্তন আত্মাৰ বিজয়।

# শাঁত

ধৰিত্ৰীৰ অনন্ত সহন
জীৱনৰ অনন্ত দহন
সাক্ষী ৰঙা-বেলি,
দিনৰ পিছত দিন চলি যায় দুখ-নিশা ঠেলি।
কষ্টৰ সংসাৰ
ধৰিত্ৰীৰ আৰণ্যক জীৱন বিস্তাৰ
—কাৰণে বা' অকাৰণে,
মানুহৰ হাহাকাৰ ৰচি যায়
প্ৰকাশে গোপনে।
কামনাৰ কলৰৱে পূৰ্ণ কৰি দেহাচিত্ত মন
সৃষ্টি কৰে মহা আলোড়ন,
ভূমিকম্প হয়, আহে কত অগ্নুৎপাত,
প্ৰকৃত সলনি হই আকউ নিমাত।
এইদৰে শেষ হয় সীমা
য'ত ৰই প্ৰলয় প্ৰান্ততো ক্ষান্ত মনৰ প্ৰতিমা!

# তীৰ

অৰসৰ সময়ৰ
এই মোৰ মনোহৰণৰ শৰ,
অসীম কালৰ বুকু ভেদি
হব খোজে যেন মৰ্ম্মছেদী।
পতন-গড়াৰ মাজে মাজে
কোন তটিনীৰ সুৰ বাজে?
দুখৰ কান্দোন যেন শুনি
দিনে ৰাতি পাৰ হই কত ঘোৰ শিলনি দলনি।
এন্ধাৰত জোনাকত বুৰি,
অলেখ ভাবৰ বোজা বুকুত সাৰটি লই
জীৱনৰ নাওখনি আহিছিল উৰি।
আজি মোৰ সলাবৰ আহিল সময়
মহাকাল প্ৰবাহৰ গতিযে নৰয়।
লোৰা লোৰা বঠা পাট লোৰা
খন্তেক থমকি ঢেউ চোৰা।
উতৰোল সময় অস্থিৰ
কেনি যাবা, কোন পিনে তীৰ?

# শান্তি পথ

শান্তি-মন্দাকিনীৰ নীৰ
য'ত অবগাহনৰ বাবে পৰাণ অথিৰ
তাৰ কেনি পথ ?
এই প্ৰশ্ন সোধো মই
অশান্তি দুখত উনমত।
অৰণ্যৰ ছাঁ কাৰ 'বাবে,
কাৰ গাত আহি লাগে
মাধৱী-কুঞ্জৰ সমীৰণ ?
বসন্তৰ বতাহৰ কোমল বীজন
অথবা বৰ্ষাৰ কজ্জলিকা
কদম ফুলৰ য'ত ৰেণুৰ কণিকা,
তাৰ অৰ্ঘ আনি
কাৰ বাবে আহে লই সংগীতৰ প্ৰীতি-মধু-বাণী,
সেইজন ভাগ্যবানলই
মই এই অভিবাদনৰ বাণী যাওঁ থই,
পৃথিৱীত এয়ে শান্তি-পথ
নাইযে দ্বিতীয় আৰু মত।

# নির্বাণ

তোমাৰ অঞ্চল তুলি খন্তেক চঞ্চল কৰে মন
বাহিৰত লাগে আলোড়ন,
অশান্ত তিমিৰে বেৰি থকা
প্ৰাণ পুঞ্জ পূৰ্ণ মোৰ পত্নমৰ চকা
একান্ত তোমাৰ পাদপীঠ,
তাত মোঁৰ সকলো অতীত
মূৰ্তি ধৰি উঠে,
মোৰ নৱ-যৌৱনৰ স্বপ্ন ছবি ফুটে,
সোণোৱালী আঁক ধৰি ভিতৰে বাহিৰে
ভীষণ মৃত্যুক যেন দূৰ কৰে ধীৰে।
জানো এই ভোজবাজী
ধোঁৱাৰ পৰ্বত হই আঁতৰিব আজি,
দেখা দিব শৈলশ্ৰীৰ নীলা
দিগন্তত প্ৰকাশিব উন্মাদিনী তৰংগ সলিলা,
তাত মোৰ মন উটি বুৰ,
কোন প্ৰপাতত গৈ কণা কণা হই যাব উৰি
তাক মোক কোৱা,
যি মোৰ নিৰ্বাণৰূপে আজি ধোঁৱাকোঁৱা।

# অক্ষম

দূৰ সমুদ্ৰৰ পৰপাৰ
তাত মোৰ উঠিব ঝংকাৰ,
প্ৰাণৰ বীণাৰ ৰাগিনীত
অনন্ত শান্তিত।
বাৰিষাৰ ধুমুহাত
মই যে নকৰো জোৰহাত
নিৰ্ভয়েৰে চাম মূৰ তুলি
বিশ্ব-উন্মাদৰ জঁটা-চুলি,
যদিও খলকি উঠে অঠাই সাগৰ,
সুকোমল সংগীতৰ তাত বাজি উঠিব সুন্দৰ
প্ৰলয়-নৃত্যৰ ঘন-ৰোল,
প্ৰাণ মোৰ তাত খাব দোল।
তুমি ৰ'বা দূৰ যমুনাত
দূৰগামী য'ব বাঁহীমাত
মোৰ কাণে আৰু নুশুনিব
তোমাৰ অমৃত-দৃষ্টি মোৰ প্ৰাণে
আৰু নুবুজিব।

# অধ্যান

বৃটিংশ সাম্রাজ্যবাদ
ঘন-তমসাৰ যেন পৰম বিবাদ
আজি মাৰ যায়,
শাওণৰ ধুমাচ্ছন্ন আকাশত ধ্বনিছে বিদায়
সাত সাগৰৰ ,সিপাৰৰ
ক'ত বাজি উঠিছে ভাস্বৰ
চিৰ-পৰাজয় গীত্-মাত ?
ৰুদ্ধ কণ্ঠ যেন অকস্মাৎ
দাম্ভিকৰ বজ্রদন্ত,
হীৰা-মুকুতাৰ স্তম্ভ,
বাগৰি পৰিব খোজে,
অৰ্থ কোনে বুজে
কোনে জানে পৰিণতি কি ?
ইয়াতে কি অৰ্থ শিকি
ছলনা-জালৰ কোনে ৰচি দিব নীতি
কাৰ সতে কাৰ জাগি উঠিব পীৰিতি,
কোনে জানে ?
মোৰ প্ৰাণ মৌন আজি
নেটানে খিয়ানে।

১৪।৮।৪৭

## জাগ্ৰত

অন্তৰ-বেদন মোৰ অস্ত্ৰ যেন মায়াৰ ভেদন
গ্ৰন্থি যাৰে সহজ ছেদন,
অনন্ত তপস্যা লই মৌন কোন মুনি
স্তব্ধ মই যাৰ তত্ত্ব শুনি ?
অৰ্থহীন, লঘু, তুচ্ছ মায়াৰ বিভ্ৰাট
মৰি যায়, একান্ত মিছাত,
ৰূপত বিহ্বল হই পৰা মোৰ শিৰ
প্ৰকাশে বিদীৰ্ণ কৰি অন্ধতা নিবিড়
অনন্ত কালৰ বাবে বিৰচি সমাধি,
—নৰ জনমৰ যেন ৰচে আজি আদি,
সৌন্দৰ্য-দূতৰ মহা-ইংগিত সূচিত
পথ যেন আজি প্ৰসাৰিত,
জীৱনৰ দুখে দৈন্যে সংকটে প্ৰমাদে
মহা অবিচল হই জীৱনে আৰাধে
জাগৃতিৰ মহাদেৱতাক
বীৰ্যপূৰ্ণ নিষ্কলুষ শুভ্ৰম তপস্যাক

মাধৱ দেৱৰ তিথি
গান্ধীজিৰ অনশন
৫।১।৪৭

# ছাত্র-তীর্থ

ছাত্র শক্তি প্ৰচণ্ড দুৰ্বাৰ
তোমাক জনাওঁ নমস্কাৰ
ভৱিষ্যত জাতিৰ যজ্ঞত
পুৰ্ণাহুতি তোমাৰ থাকিল সুমহত।
মহামানৱৰ প্ৰাণ শিখা
উজলি লভিলে জয়টিকা,
এই জয় তোমাৰেই
উড্ডীণ গৌৰৱ এই ছাত্ৰশক্তিৰেই।
কাৰ প্ৰাণ ৰক্ষা কৰি
কি লভিলা শক্তি শুভংকৰী,
ৰক্তস্নাত নগৰী-ধূলিত
তীৰ্থৰ নিৰ্মালি সিচঁৰিত।
যুগে যুগে এই অৱদান
ধৰিত্ৰীয়ে কৰি ৰব মান,
ছাত্ৰ আজি নৱ তীৰ্থংকৰ,
এই কবি তোমাৰে কিংকৰ।

## শক্তি ভিক্ষা

ভাগ্য দেৱতাই মোৰ যি অজস্র দুখ ভাৰ লই
জীৱনৰ স্তৰে স্তৰে ৰই,
ক্রুৰ হাস্য কৰি বৰিষণ।
দিলে মোৰ আত্মাৰ বন্ধন,
তাক ছেদ কৰিবৰ
প্রৱল দুখৰ
হলো আজি ভাগী।
দূৰত বজাই বাঁহী কেনিবাদি আঁতৰে বিৰাগী।
যাৰ ক্ষীণ পদ-চিহ্ন ৰাশি
জীৱন-ধূলিত উঠি ক্ষণিক বিকাশি
সময়ৰ স্রোতস্বতী
ধ্যান কৰি লভিলে দুৰ্গতি।
সংসাৰৰ জঞ্জাল স্তূপৰ
মাজত কৰ্তব্যভ্ৰষ্ট জাগে এই ভাগ্যহীন নৰ,
দিনে দিনে গৰ্জি উঠা প্ৰলয়-নাদত
অস্তিত্ব যে ঘোৰ সংকটত,
এই বজ্ৰ ভেদ কৰিবৰ
মাগো শক্তি, হে মোৰ ঈশ্বৰ।

# চিৰ জনমৰ সাধনা

আজি এই মৌন ম্লান সন্ধ্যাৰ গগন
ঘন সন্তাৰনাত মগন,
পাতল ধূমল মেঘে কই যায় অন্তিম বাৰতা
প্ৰিয়াৰ চকুত যেন জ্বলে চিৰ-সমাপ্তিৰ কথা
অৰ্থহীন, প্ৰশান্তিবিহীন,
তুমুল ধুমুহা য'ত এদিন প্ৰলীন
অন্তৰ আকুল কৰা,
তাক ঢাকি আজি যেন জ্বলি উঠে স্নিগ্ধ শুকতৰা
ডাৰবৰ স্তৰ ভেদ কৰি,
অন্তৰৰ মন্দিৰত প্ৰদীপৰ শুদ্ধ কান্তি গঢ়ি।
হে' মোৰ সন্ধিয়া
তোমাৰ গুণ্ঠন মোক দিয়া,
সোমাব খুজিছো মই আপোন গুহাত,
চিৰজনমৰ সাধনাত,
অতদিন যাক মই আছিলো পাহৰি
বাহিৰকে,সত্য বুলি ধৰি।

# অৱগাহন

মোৰ এই লেখা-প্ৰহেলিকা
হে' পাঠক, তোমাৰ কৰুণা-সিন্ধু উদ্বেলি
কৰক মোক জিকা
এক নিমিষ সমান।
সেয়ে মোৰ জীৱনৰ হ'ক জয়গান।
যি শিক্ষাত সংসাৰৰ গতি খৰতৰ
তাক ৰুদ্ধ কৰি যদি জাগে মোৰ শক্তি কলমৰ
অনাদৰ ৰব তাত হিমাদ্ৰি সমান।
ভুলতো নৰব তাৰ মান।
যদি মোৰ লেখাৰ মায়াই
বিশ্ব-নীতি দিয়ে বিয়পাই
কৰুণ, নিষ্ঠুৰ আঁকে নিৰ্বিকাৰ ছবি
তাত মোৰ জাগি ৰ'ব কবি।
ইয়াত ছলনা একো নাই
শিক্ষা নাই, তত্ত্ব-জ্ঞান ইয়াত নেপায়,
ই কেৱল সময় প্ৰৱাহ,
দিনে দিনে য'ত মোৰ নিত্য অৱগাহ।

# যথাৰ্থ

কাল মোৰ অন্তৰে নপৰে,
মোৰ এই হৃদয়ত আকাশৰ ছবিয়ে নধৰে।
সীমা নাই, হে'ৰা সীমা নাই
হৃদয়ে উঠিছে গাই,
সীমাহীন কোন ৰবি
গগনে নেদেখে যাৰ ছবি ?
যাক তুমি নোৱাৰা ধৰিব
তাক কিয় মাতা বুলি শিৰ ?
ৰূপহীন যাৰ ৰূপ
অন্তৰত কিয়নো আলোক ?
হিয়াৰ দুৱাৰখনি মাৰা
নাহে তেওঁ, যাক তুমি আজিও বিচাৰা।
যি পোহৰ তোমাৰ কাৰণে
অকস্মাৎ তাকো ঢাকে নিষ্ঠুৰ মৰণে,
অকাৰণ বৰষণ
অকাৰণ ভ্ৰমৰ গুঞ্জণ,
অকস্মাৎ মিলিব বিঘাত,
প্ৰলয় নামিব ক'ৰবাত।

# অৱৰোহন

কল্পনা-ৰথৰ উচ্চ শিখৰত
বহি মই আছিলো উন্মত,
ৰথৰ ধ্বজাত থকা ছবি
জীৱন-গীতৰ মোৰ আছিল পূৰবী,
তাত ধৰি তান
জীৱন-বেদনা কৰি গান
সমাপন কৰিছিলো ব্ৰত।
প্ৰভাতী-সুৰত আজি নৱ-আলোকত
নতুন বীণাৰ শুনো স্বৰ।
মোক এৰি দূৰলই চলে চকা কল্পনা ৰথৰ।
বোকা-পানী, মাটিৰ মাজত থিয় হই
দেখো কাল-নই
উজ্জ্বল-গতিৰে বই চলে উদাসীন,
মোৰ বীণা বাজে আজি কল্পনা বিহীন।
ইয়াতো থাকিল যদি ৰস
হাত মোৰ একান্ত অৰস।

# সাক্ষী

হে অতীত
তুমি পুৰোহিত,
অকলই সাক্ষী তুমি উত্থানৰ আৰু পতনৰ,
মনে গঢ়া পতা মোৰ এই ৰাজ্য তৃদণ্ডৰ,
ঘ'ৰ পূজা-উপাসনা ধূলি-খেলা
কাল-সাগৰত উটা জৰাজীৰ্ণ ভেলা,
যাৰ কোনো অৱশেষ
ক্ষীণ-ৰশ্মি লেশ
জীৱন-পথত আৰু নাই,
যাক ঢাকি বৰ্তমানে পতাকা উৰাই,
দৃপ্তকণ্ঠে কয়—
কোনো চিন, কোনো ছায়া পৃথিবীৰ ধূলিত নৰয়।
তথাপি অতীত মোক লাগে,
তোমাক সুঁৱৰি মোৰ জীৱনৰ অমংগল ভাগে,
লীন যোৱা তোমাৰ বাঁহীৰ স্বৰ
তাতে মোৰ সকলো গৌৰৱ,
অথবা কলংক তাত মেৰুৰ সমান
আজি মোৰ সেয়ে জয়গান।

## কাল-সৰ্প

হে দৰিদ্ৰ, অভ্ৰভেদী অট্টালিকা চাই
তোমাৰ জীৱন-বস্তি যেন স্নুহুমায়।
আকাশৰ জোন বেলি তৰা
তোমাৰ তেজৰ সতে তাৰ তেজ গঢ়া,
যতদিন এইবোৰ হব দীপ্যমান,
তোমাৰ অটুট ৰব জীৱন-সম্মান।
হে মোৰ দৰিদ্ৰ বন্ধু, ভয় নকৰিবা,
ঐশ্বৰ্যৰ দীপ্তি দেখি তুমি নাকান্দিবা,
এই ভগা বেৰৰ মাজত
মই যে গাঁথিছো লেখা অনন্ত-গৰ্ত্ত,
তোমাৰো গৰৰ তাত গাঁথি,
চিন্তাৰ জ্যোতিয়ে মোৰ পোহৰাব খোজে মহাৰাতি।
অহংকাৰ তুমি ক্ষমা কৰা,
তোমাৰ লগত মোৰ ব্যৱধান মই নাই ধৰা।
জীৱন-শিৰৰ মোৰ দাৰিদ্ৰ্যই সৰ্প-অলংকাৰ
যি কাল-সৰ্পই মাথো সৰ্ব ক্ষয়ংকাৰ।

# কিংকৰ্তব্যবিমূঢ়

দিগন্তৰ সীমান্তত কোন মহা-ভাস্কৰ ঘুমায়
যাৰ তেজে আকাশৰ চাল যায় চাই ?
হেৰোৱা বিশ্বাসবোৰ
দুহাতে বুটলি আনি মোৰ
শেষ বাৰলই চাই এই ভৱকূপ।
ঈশ্বৰৰ সন্ধানত
অৰ্দ্ধেক শক্তিকা মোৰ যেন অপগত,
যি কাল ক্ষয়ত মাথো জীৱনৰ ক্ষয়,
সন্ধানৰ বিত্ত ৰ'ল অক্ষত অক্ষয়,
জৰা-মৰণৰ যি সীমাতো
জীৱন নিমাত।
তন্দ্ৰা আছে
যিহৰ হেঁপাহে
আঁকিছিল দুচকুত নিবিড় মদিৰা
সোঁতত তটিনীখনি
আজি যেন সোঁতহীন কৰি ক্ষীণ-ধ্বনি।

# অলুপ্ত

মই অভ্যুদয়িকাৰ কবি
মোৰ এই বচন-ভৈৰৱী
কালৰ কোলাত ৰব পৰি
লুপ্ত কৰি দিবস-শৰ্বৰী
একত্ব সীমাতে।
এই অহংকাৰী কথা মতে
ক্ষমা কৰা তুমি
অশান্ত সমুদ্র ভেদি আজি মোৰ জাগে মনোভূমি.
সুকোমল পলসুৱা ফল,
তাত মোৰ ফুলিব কমল।
এই ভূমি তুমি ৰক্ষা কৰা
দিয়া মোক বাণী মনোহৰা,
আঘাত সম্বৰি মোক দিয়া দিব্যজ্ঞান
ভ্রম যক স্বপ্নৰ সমান।
ত্ৰদণ্ডৰ দৃষ্টি বিনিময়
তাত যেন নঘটে প্রলয়.
দৃষ্টিৰ প্রখৰ দৃষ্টি হানি,
দিয়া তুমি আনি
চিৰ অখণ্ডতা,
য'ত নাই লুপ্ত হোৱা কথা।

## ৰিক্ত

ধ্বংসৰ যজ্ঞৰ অগ্নিশিখা
চিৰন্তন কালৰ কোলাত ৰয় লিখা
অভ্যুদয় সম।
যি দুৰন্ত কালৰ বিক্ৰম
তাত চিহ্ন কৰি
এই মোৰ অভ্যুদয় ৰ'ল সত্য গঢ়ি।
পৰম পবিত্ৰ ৰমণীয়
কি সুন্দৰ শিৰ বৰণীয়,
তেৰেঁই কেৱল ৰ'ল,
যি ৰুদ্ৰ সি তল গ'ল,
তাৰ ছবি,
অস্তাচল পথাগত ৰবি।
দুৰন্ত যজ্ঞৰ লীলা আৰু নেলেখিবা
পলাতক বহ্নি নেখেদিবা,
তাৰু জুই
থাকক আকাশ চুই,
তুমি চকু মুদা
এই চোৱা, অন্তৰ থাকিল মোৰ শুদা

ধ্ৰুৱ

## নটৰাজ।

নটৰাজ হে

তোমাৰ ক্ৰোধ অগ্নিয়ে দহে
সৃষ্টি কাজ হে
পূৰ্ণ কৰা ধ্বংস হে
হে বহ্নি-সম্ৰাট হে।
মৰুভূমি ধূলি পৱনে যে বহে,
দুৰ্দিন দিনে নসহে নসহে
এই পন্থ-বিষম-দ্বন্দ্ব হে।
আত্মঘাতীৰ যত্ন হে
গুহা-গহ্বৰৰ ৰত্ন হে
তাৰ বাবে আজি কৃষ্ণ-দ্বৈপায়ন হ্ৰদত উঠিছে ছন্দ হে
দুৰ্যোধন তাত আছে যে লুকাই
দ্বিতীয় পাণ্ডৱে দেখে কোনো নাই,
কুৰুক্ষেত্ৰৰ বতাহে আনিছে দুঃশাসন-তেজ-গন্ধ হে
পৃথিৱীত নাই পন্থা হে
সকলো বিলাক ছদ্ম হে
সত্য উচিত ন্যায় বিচাৰৰ সকলো দুৱাৰ বন্ধ হে।
জটিল যেতিয়া জীৱন-পন্থ
অসাধু যেতিয়া ক্ষমতাৱন্ত
সাধু ওলালেও কব খোজো আমি ভণ্ড বুলিহে ভণ্ড হে।
বিষাক্ত কৰি এদিন বায়ু
শোষণ কৰিলে কতনো আয়ু
পুঞ্জিত কৰি উঠিছে তাৰ অৰ্বুদ শত ৰন্ধ্ৰ হে।

পিনাকী তোমাৰ কণ্ঠ সুনীল
নিস্প্ৰভ কৰি এই যে উঠিল
অৰ্ণৱগামী মহাকাশভেদী মৰ্ত্য-বিচ্যুত যন্ত্ৰ হে
আজি
বিষাণ তোমাৰ উঠিছে বাজি.
জঁটাৰ চন্দ্ৰ
আজি অতন্দ্ৰ
চঞ্চল ব্যোম-মন্ত্ৰ।
জলে স্থলে আজি বিয়পি পৰিছে তোমাৰ চণ্ড-নৃত্য হে।
নৃত্যত জাগে মন-হিল্লোল
ময়ুৰীৰ সম কৰি কল্লোল
মেঘবাহিনীয়ে কাহিনী ৰচিলে ৰঞ্জিত কৰি চিত্ত হে।
ৰঞ্জিত কৰি চিত্ত হে
শঙ্কিত কৰি পিত্ত হে
জঠৰ-উদৰ জাৰক-যন্ত্ৰ আৰু কত শত শত অন্ত্ৰ হে॥
সত্য শিৱ সুন্দৰ হে,
দিয়া বাণী তযু কণ্ঠৰ হে
শুনোৱা এবাৰ জপৰ মন্ত্ৰ সত্য উচিত ন্যায় হে।
জীৱন-মেধৰ কৰি আয়োজন
লেলিহান জুয়ে পৰশে গগন
শেষবাৰলই যেন জ্বলে সউ উচ্চ-জীৱন-সূৰ্য হে।
আজি ভাগিব খুজিছে যেন শেষবাৰ মধু-মালতীৰ স্বপ্ন হে
চুকাব খুজিছে পুণ্য হে,
শুকাব খুজিছে, হেৰাব খুজিছে, লুকাব খুজিছে মৰ্ম হে
জুমাব খুজিছে ধৰ্ম হে,
বুৰাব খুজিছে প্ৰলয় এন্ধাৰে জ্যোতিৰো জ্যোতিৰো কৰ্ম হে,
হে সুন্দৰতম নটৰাজেশ্বৰ প্ৰণমো তোমাৰ বীৰ্য হে।

—অন্ত—